


**AMOGH
NIBIRH
ANDHAKAR**

*A Socio-political Novel written by Nabin Baruah Published by Nareswar Das, Friends Book Agency, Panbazar, Gauhati-1*

॥ প্ৰকাশক ॥ শ্ৰীনৰেশ্বৰ দাস ॥
ফ্ৰেণ্ড্চ বুক এজেন্সি ॥ পানবজাৰ ॥ গুৱাহাটী-১

॥ বেটুপাত-অঙ্গসজ্জা ॥ ত্ৰৈলোক্য দত্ত ॥ গুৱাহাটী ॥

॥ প্ৰথম প্ৰকাশ ॥ মে' ৭৩



॥ ৰচনাকাল ॥ ১৯৭২

॥ ছপা ॥ শ্ৰীঅজিতকুমাৰ দত্ত ॥

॥ ৰামকৃষ্ণ প্ৰিণ্টিং ৱাৰ্কচ ॥ কলিকতা-৯ ॥

॥ মূল্য — ৫.৫০ ॥

*

*

ডঃ কনকচন্দ্ৰ বৰুৱা
কৰকমলেষু

* * * *

“মই জানো মই ক্লীব, যিহেতু অপৰিমেয়
শক্তি মোৰ নিৰ্বিকাৰে সহ্য কৰিবৰ বাবে
সাধাৰণ মানুষী ভ্ৰান্তিৰ আক্ৰমণ।
মই ক্লীব
কল্পনাবিহীন অভিজ্ঞতা, আৰু তাৰ
অমোঘ নিবিড় অন্ধকাৰ।”—সম্ৰাট

॥ নৱকান্ত বৰুৱা ॥

“The light has gone out of our lives and there is darkness everywhere...Our beloved leader, Bapu, as we called him, the Father of the Nation, is no more. Perhaps I am wrong to say that......The light that has illumined this country for these many years will illumine this country for many more years, and a thousand years later, that light will still be seen in this country and the world will see it and it will give solace to innumerable hearts.”

*Jahwaharlal Nehru, on January 30, 1948*

---

“Today is the 11th anniversary of Mahatma Gandhi's death......I wonder if we murdered him only once some 11 years ago or rather if we are not murdering him day to day. Speaking personally about myself I feel how far I am from what taught and preached. Is that not murdering him, especially when I am supposed to represent his teachings...I do not wish to say anything about others as I am not competent to judge...”

*Dr. Rajendra Prasad, on January 30, 1959.*

* * * *

॥ উপন্যাসখন সম্পূৰ্ণ কাল্পনিক ॥

## ॥ এক ॥

নগৰখন হেনো আকৌ ব্যস্ত হৈ পৰিছে।

সৰু চহৰ। বহুদিন একো হোৱা নাই। অৰবিন্দই বিয়া কৰাইছে, দুলাল দত্ত 'ট্ৰেন্সফাৰ্' হ'ল। হয়তো আৰু বহুতৰে আৰু কিবাকিবি হ'ল, খবৰ ৰখা নাই। আনকি নগৰখনলৈ চাঞ্চল্য অনা সৰু থিয়েটাৰ হলটোতো একো নাটক হোৱা নাই।

নাটক এখন বাচি লোৱাৰ পৰাই নগৰখন কিছু ব্যস্ত হয়। চাৰি-পাঁচটা ল'ৰাৰ 'গ্ৰুপ' এটাই ঘৰে ঘৰে ঘূৰি 'পুচিং চেল্' কৰে। মালবিকা দত্ত, মণীষা দুৱৰাক খুউব ব্যস্তভাৱে সন্ধিয়াৰ আগে আগে থিয়েটাৰ হললৈ অহা দেখা যায়।

আৰু এজাক ল'ৰা কৰ নোৱাৰাকৈয়ে ব্যস্ত হৈ পৰে। থিয়েটাৰ হলত কি কি হয় সেই খবৰ লবলৈ সিহঁত উচ্পিচাই থাকে। বিশেষকৈ মালবিকা দত্ত, মণীষা দুৱৰাক কোনে নিশা ঘৰত থৈ আহিল, যাওঁতে কাৰোবাৰ গাড়ীত গ'লনে বিক্সাত গ'ল; সেই খবৰ জানিবলৈ সিহঁত ব্যগ্ৰ হৈ থাকে। প্ৰত্যেকখন নাটকৰ শেষত সিহঁত দুয়োজনীৰ কথা ওলাই, আকৌ কেইদিন মানতে তল পৰে।

নতুন 'থিয়েটাৰ' হ'লে সিহঁতৰ কথা ওলাবই। মানুহবোৰ আকৌ ব্যস্ত হয়। চহৰখনৰ গতানুগতিক জীৱনযাত্ৰাৰ বছেৰেকৰ মূৰত হোৱা দুই-এখন 'থিয়েটাৰে'-হে যেন বৈচিত্ৰতা আনে।

এয়া মোৰ কথা নহয়, বন্ধু বিজন দত্তৰ হে কথা। মই আহিয়েই পৰহিলৈ হব লগা ৰাজকীয় অনুষ্ঠানটোৰ প্ৰতি সৰ্ব্বসাধাৰণ ৰাইজৰ

মনোভাৱ কিছু জানিব বিচাৰিছিলো। এয়া মোৰ স্বাভাৱিক কৌতূহল।

অৱশ্যে এয়া মোৰ 'প্ৰফেচনেল ইণ্টাৰেষ্ট'ও নহয়; মই মাথো মন্ত্ৰী বিজয়শঙ্কৰ বৰুৱাৰ বক্তৃতাটো সজাই-পৰাই পঠাই দিলেই হয়। বিজয়শঙ্কৰ বৰুৱাই কিহৰ বিষয়ে বক্তৃতা দিব তাকো মই জানো। আজিয়েই 'ৰিপৰ্ট'টো 'ৰেডি' কৰি থব পাৰো। এই একলাখটকীয়া ৰাজকীয় অনুষ্ঠানটোলৈ যোৱাৰো প্ৰয়োজন নাই। আনকি মই সেইটো গুৱাহাটীত থাকিয়েই সজাই-পৰাই আমাৰ কাগজত উলিয়াব পাৰিলোহেঁতেন।

তথাপি মই আহিলো; আহিব লগা হ'ল। আহিবলৈ বেয়া নোপোৱাৰ এটা ব্যক্তিগত কাৰণো আছে। মোৰ শৈশৱৰ বহু দিন ইয়াতে পাৰ হৈছিল। দেউতা চৰকাৰী চাকৰিৰ বাবে ইয়াত আছিল। মইও স্কুলৰ চাৰিটা বছৰ ইয়াতে পঢ়িছিলো। দেউতা 'ট্ৰেন্সফাৰ' হোৱাৰ লগে লগে মোৰো চহৰখনৰ লগত সকলো সম্পৰ্ক শেষ হ'ল।

তথাপিও এই সৰু চহৰখনৰ প্ৰতি মোৰ মনৰ এক অহৈতুক আকৰ্ষণ কোনো দিনে বিচ্ছিন্ন হৈ নগ'ল। সদায় ভাবো আহিম, অহা নহয়। গৰমৰ বন্ধত আহিব নোৱাৰিলে পূজাত আহিমেই বুলি ঠিক কৰি পেলাওঁ। পূজা আহি পোৱাৰ লগে লগে অন্য কিবা এটা ওলায়। এনেকৈয়ে কলেজ, বিশ্ববিদ্যালয়ৰ শিক্ষা সাং কৰিলো। তেতিয়াও আহিম বুলি ভাবিছিলো, হঠাতে 'প্ৰেছ'ৰ চাকৰি এটাত সোমালো। এক নতুন ব্যস্ততাৰ মাজত সোমাই পৰি অহাৰ কথা ভাবিবলৈকে বাদ দিলো।

হঠাতে প্ৰায় এসপ্তাহৰ আগতে সম্পাদকে মোক মাতি নি ক'লে, মই যাব লাগিব, অহা পৰহিলৈ হ'ব লগা অনুষ্ঠানটোৰ 'নিউজ কভাৰ' কৰিবলৈ। সম্পাদকৰ কথা শুনি মই আচৰিত হৈ সুধিলো,

: তাত জানো আমাৰ নিজস্ব সংবাদদাতা নাই? তাৰোপৰি বিশেষতো একো ডাঙৰ............



: বিশেষ একো ডাঙৰ কিবা এটা নহয়, সেয়া ময়ো জানো —সম্পাদকে হাঁহি হাঁহি ক'লে, 'এজন মন্ত্ৰী যাব, এটা গান্ধীৰ মূৰ্ত্তি উন্মোচন কৰিব, সেইটো খবৰ আমাৰ নিজস্ব সংবাদদাতাইও দিব পাৰিব; 'পি. টি. আই.'ৰ পৰাও পাব পাৰিম, পিচে তোমাক পঠোৱাৰ অন্য এটা কথা আছে।'

: কি?

: অহা সাধাৰণ নিৰ্ব্বাচনলৈ আৰু বেচি দিন নাই; সেই সমষ্টিটো অহা নিৰ্ব্বাচনত এটা 'প্ৰেজটিজ্ চিট্' হ'ব; এতেকেই···

: বুজিছো।

সেইদিনা সম্পাদকে মোক বিশেষ একো কব লগা নহ'ল। প্ৰায় বাৰবছৰীয়া সাংবাদিকতাৰ অভিজ্ঞতাৰ পৰা মই বাকীখিনি কথা বুজি পাইছিলো। পিচে যোৱা পৰহি সম্পাদকে কোৱা এষাৰ কথা শুনি আচৰিত হ'লো। সম্পাদকে মোক মাতি নি ক'লে,

: তোমাক কিয় পঠাইছো জানা?

: কিয়?

: বিজয়শঙ্কৰ বৰুৱাই তুমি যোৱাটো বিচাৰিছে···

: বিজয়শঙ্কৰ বৰুৱাই? কিন্তু কিয়?

মোৰ প্ৰশ্নৰ উত্তৰ সম্পাদকে নিদিলে। মাথো বেঁকাকৈ হাঁহি কলে, 'ড'ণ্ট মিচ্ দ্য চান্স্'—সুযোগ নেহেৰুৱাবা।

সম্পাদকৰ এই ৰহস্যৰ অৰ্থ মই বিচাৰি নাপালো। মন্ত্ৰী বিজয়শঙ্কৰ বৰুৱাই মোক বিচাৰে! আচৰিত লাগে, কিন্তু কিয়? বিজয়শঙ্কৰৰ লগত মোৰ তেনে কোনো সম্পৰ্ক নাই। মই এবাৰনে দুবাৰ তেওঁক লগ পাইছিলো ব্যক্তিগতভাৱে। মোৰ নিচিনা এজন সাংবাদিকক তেওঁ যে এনেকৈ মনত ৰাখিছে সেয়াই মোৰ বাবে ৰহস্য-জনক কথা; তাতে তেওঁ বিশেষভাৱে মোক বিচাৰিছে। গোটেই কথাটোৱেই মোৰ বাবে এক সাঁথৰ হৈ পৰিল।

সম্পাদকৰ কথাই সঁচা হ'ল, 'ড'ণ্ট মিচ্ দ্য চান্স্'—সুযোগ

নেহেৰুৱাবা। সুযোগ হেৰুৱাবৰ সাহস মোৰো নহ'ল, কিন্তু কিহৰ সুযোগ, সেইটোৰ অৰ্থহে নুবুজিলো।

অৱশেষত আজি অহাটো ঠিক কৰিলো। সম্পাদকে কৈছিল, মন্ত্ৰীৰ লগত একেলগে যোৱাৰ ব্যৱস্থা কৰা আছে। এতেকে কাইলৈ অহা হলেও হ'লহেঁতেন। পিচে মই নিজেই বাচেৰে গুচি আহিলো।

মই আজি এনেকৈ অকলে বাছেৰে গুচি অহাৰ অন্যতম কাৰণ বিজয়শঙ্কৰ বৰুৱা নহয়, নিৰ্ম্মালী-বৌ আৰু অপুদাদাহে।

অপুদাদাই বিয়া কৰায়েই প্ৰথম ন-ছোৱালী হিচাবে নিৰ্ম্মালী-বৌক আমাৰ ঘৰলৈ নিছিল। আমাৰ তালৈ মানে গুৱাহাটীত 'হনিমুন' কৰিবলৈ গৈছিল। 'আফ্‌টাৰ্ অল্' অসমীয়া মানুহৰ 'হনিমুন'; এতেকে আমাৰ ঘৰতে এদিন দুদিনকৈ প্ৰায় এসপ্তাহ কটালে।

নিৰ্ম্মালী-বৌৰ নিচিনা ৰাংঢালী বৌ এজনী পাই আমাৰো বেচ ভাল লাগিছিল। তেওঁ অতি সোনকালে সকলোকে আপোন কৰি পেলালে। মই তেতিয়া 'ফৰ্থ ইয়েৰ'ত। বৌ মোৰ সমবয়সীয়া, কলেজত পঢ়ি থাকোতেই বিয়া হ'ল। অৱশ্যে কলেজত নামটো আছে, ফিজো দি আছে, এতেকে 'প্ৰিপেৰেচন্' হ'লে পৰীক্ষাটো দিব। স্বাভাৱিকতে আমাৰ মাজত বন্ধুত্বটো অলপ বেছি গঢ় লৈ উঠিল। মই অলপ সুযোগ লৈ তৃতীয় দিনৰ পৰা নিৰ্ম্মালী-বৌক 'তুমি' কবলৈ আৰম্ভ কৰি দিলো।

সেই তেতিয়াই মই কথা দিছিলো—মই যাম, একেবাৰে এমাহ থকাকৈ যাম। প্ৰথম অৱস্থাত আমি ঘনাই চিঠি দিছিলো। লাহে লাহে পাতলিল। সম্ভৱ ইতিমধ্যে নিৰ্ম্মালী-বৌৰ ল'ৰা-ছোৱালীয়ে ৰঙা ত্ৰিভুজৰ সীমা অতিক্ৰম কৰিলে। এতেকে চিঠি লিখাটো অৱশেষত বছেৰেকৰ বিহুটোলৈ পেলাই থবলৈ ধৰিলে, ক্ৰমান্বয়ে সেইটোও বন্ধ হ'ল।

প্ৰথম অৱস্থাত গৰমৰ বন্ধ নাইবা পূজাৰ বন্ধটো আহিলে বৌ-এ



অভিযোগ কৰি লিখিছিল, 'তুমিতো কথা দি কোনো দিন কথা ৰখা নাই, এইবাৰ আহিবা।' উত্তৰত প্ৰত্যেকবাৰেই লিখিছিলো, 'যাম, নিশ্চয় যাম, তুমি কেৱল খেদি নিদিবা। অন্ততঃ খেদি নিদিয়ালৈকে থকাৰ ইচ্ছা আছে।'

অৱশ্যে এয়া চিঠিত লিখা কথা। কোনো দিন মোৰ অহা নহ'ল। সদায় কিবা নহয় কিবা এটা অসুবিধাত মই এই সৰু নগৰখনলৈ নিৰ্ম্মালী-বৌ থকা সত্বেও আহিব নোৱাৰিলো।

অৱশেষত আজি মই আহিলো।

বাছেৰে আহি আবেলি পালোহি। বাছ-ষ্টেণ্ডত নামিয়েই মোৰ চিন্তা হ'ল, কলৈ যাম? কলৈ যাম সেয়া ঠিক কৰি থৈছিলো যদিও এই মুহূৰ্ত্তত কব নোৱাৰাকৈয়ে চিন্তা হ'ল। তথাপিও বাছৰ পৰা নামি দুটা বিস্কুটৰ পেকেট কিনি পেলালো। গতিকে এতিয়া মই কলৈ যাম বুলি চিন্তা কৰাৰ প্ৰশ্ন নুঠে।

কিন্তু প্ৰশ্ন হ'ল, অপুদাদা থাকে ক'ত? অপুদাদাই বিয়া-বাৰু কৰি বেলেগে ঘৰ কৰিলে, আগৰ ঘৰত নাই। অপুদাদা আৰু নিৰ্ম্মালী-বৌ নথকা ঘৰ এটাত মোৰ উপস্থিতিৰ কোনো অৰ্থ নাই।

এইবোৰ গুণা-গঁথা কৰি ঠিক ৰিক্সাখনত উঠিবলৈ লওঁতেই হঠাতে দেখিলো বগা নতুন ফিয়েট এখন আহি মোৰ সন্মুখত ৰৈ গ'ল।

ফিয়েটখন এনেকৈ ঘপকৰে ৰৈ যোৱাত মই কিজানি অলপ উচপখাই উঠিছিলো। কিন্তু বিশেষ একো কবলৈ নৌ-পাওঁতেই মোৰ কলেজীয়া বন্ধু বিজন দত্ত নামি আহি মোক সাবট মাৰি ধৰিলেহি।

ঃ কেতিয়া আহিলি? ক'ত উঠিছ?? যাবি ক'ত এতিয়া???

তিনিওটা প্ৰশ্নৰ উত্তৰ একেলগে নিদি মই মাথো অকণমান হাঁহিলো। তাৰপিচত মই লাহেকৈ কলো—"দেখিছ নহয়, হাতত 'চুটকেছ্' আৰু এই 'বিস্কুট'ৰ পেকেট দুটা দেখি জানো বুজা নাই?"

'আহ্', বিজনে কোৱাৰ লগে লগে গাড়ীৰ দুৱাৰখন মেলি দিলে। মই চুটকেছটো পিচৰ চিটত পেলাই তাৰ লগত একেলগে সন্মুখত বহি

পৰিলো। সি ষ্টিয়াৰিঙত সোঁহাতখন দি বাওঁহাতেৰে চিগাৰেটৰ পেকেট এটা উলিয়ালে। মোৰ ফালে আগবঢ়াই দি কলে, "খাব নহয় ?"

মই পেকেটৰ পৰা চিগাৰেট এটা উলিয়াই লৈ কলো, "অভ্যাস আছে।"

সি হাঁহি মাৰি কলে, "নহয়, তইতো আগতে বৰ 'পিউৰিটান্' আছিলি, সেইবাবে……"

'অৱশ্যে' মই চিগাৰেটটোত অগ্নি সংযোগ কৰি লৈ কলো— 'এতিয়া পিচে চিগাৰেট নহলে মোৰ নচলে।'

সি মোৰ কথা শুনি মাথো হাঁহিলে, উত্তৰ নিদিলে। তাৰ হাঁহিৰ লগে লগে গাড়ীৰ স্পীডো দ্ৰুত হ'ল। কিছু সময় আমাৰ কোনো কথা নাই। বিজনে একান্ত মনে গাড়ী চলাইছে। মোক কলৈ নিব লাগে সোধা নাই। সি নিৰ্বিকাৰভাৱে গাড়ী চলোৱা দেখি মই সুধিলো, 'কলৈ নিছ মোক ?'

নিৰ্লিপ্তভাৱে হাঁহি সি কলে, 'হোটেললৈ।'

'হোটেল ?' মই অলপ আচৰিত হৈয়ে সুধিলো, 'কোন হোটেল' ?

'চাই থাক, বেয়া হোটেলত মই তোক নাৰাখো।'

'কিন্তু ইয়াত জানো তেনেকুৱা থাকিব পৰা ভাল হোটেল…

'আছে আছে,' সি অলপ ৰহস্য কৰিয়েই কলে, 'মই কেনেকৈ আছো ? মই থাকিব পাৰিলে তয়ো থাকিব পাৰিবি, ব'ল।'

মই আৰু ৰহস্য উদঘাটনৰ চেষ্টা নকৰিলো। সি য'লৈকে নিয়ে তালৈকে যাবলৈ যেন মই প্ৰস্তুত হৈ পৰিলো। আচলতে মোৰ বাছৰ জাৰ্ণিটোত বৰ ভাগৰ লাগিছিল। ক'ৰবাত অলপ সময় জিৰাবলৈ পালে মোৰ ভাল লাগিব। নিৰ্ম্মালী-বৌৰ ঘৰ বিচাৰি ঘূৰি ফুৰাৰ ধৈৰ্য্য হেৰুৱাই পেলাইছিলো। বিজনক কলে নিশ্চয় উলিয়াই দিব পাৰিব। এতেকে সন্ধিয়া গলেও মোৰ একো অসুবিধা নহ'ব। হাতৰ ঘড়ীটোলৈ চালো—চাৰি বাজিছে, তাৰ মানে সন্ধ্যা লাগিবলৈ এতিয়াও দুঘণ্টা সময় বাকী।



অলপ পিচত দেখিলো, গাড়ীখন আহি এটা সৰু দুমহলীয়া 'আৰ-চি-চি' ঘৰৰ সন্মুখত ৰৈ গ'ল। গাড়ীখন ৰৈ যোৱাত মই বিজনৰ চকুলৈ চালো। বিজনে মই চোৱা দেখি কলে, 'নাম, এইটোৱেই মই থকা হোটেল।'

'অ', মই হাঁহি হাঁহি কলো, 'পিচে ইমান সুৰুচিপূৰ্ণ অভিজাত হোটেলত মই কিজানি থাকিব নোৱাৰিম। জানইতো অসমৰ কাগজৰ সাংবাদিক, ইমান পইছা মই দিব নোৱাৰিম।'

'সেইটো মই প্ৰথমে দেখিয়েই বুজিছো, তোৰ হাতত থকা বিস্কুটৰ পেকেট দুটা দেখিয়েই মই বুজিছিলো ; মোৰ হোটেলত তই আলহী নহয়……। বাৰু আলহী হয়নে নহয় সেইটো পিচৰ কথা, এতিয়া নাম বেগতে।'

মই গাড়ীৰ পৰা নামিলো। হাতত থকা বিস্কুটৰ পেকেট দুটা লৈ এবাৰ ভাবিলো, নিমনে গাড়ীত থৈ যাম। বিজনে বিয়া-বাৰু কৰালেনে নাই নাজানো, নিশ্চয় কৰাইছে। ইমান এটা বিৰাট ঘৰত সি অকলে থকাৰ কোনো অৰ্থ নাই। নিশ্চয় তাৰ ল'ৰা-ছোৱালীও আছে, এতেকে……

সম্ভৱ মই অলপ অন্যমনস্ক হৈ পৰিছিলো। বিজনৰ চকুত সেইয়া ধৰা পৰিছিল। সেইবাবে সি কলে—"বিস্কুটৰ পেকেট দুটা গাড়ীতে থ, কোনেও নিনিয়ে, মোৰ হোটেলত বিস্কুট-টফী খোৱা কোনো আলহী নাই……।"

ঃ তই জানো বিয়া কৰোৱা নাই ? হঠাৎ কৌতূহল নিবাৰণ কৰিব নোৱাৰি তাক প্ৰশ্নটো কৰি পেলালো।

ঃ বিয়া ? ? হাঃ হাঃ হাঃ—

বিজনে মাথো খুউব জোৰকৈ হাঁহি দিলে, আৰু একো নকলে।

মইও তাক একো নুসুধিলো। তাৰ পিচে পিচে গৈ ঘৰটোৰ 'ষ্টেপ'ত ভৰি দিলোগৈ।

বিজনৰ ঘৰটোলৈ সোমাই গৈ বুজিলো, সি কিয় হোটেল বুলি

কৈছিল। সোমাই যোৱাৰ লগে লগে দুৱাৰ মুখত আমাক আদৰিবলৈ যিখন মুখৰ আবিৰ্ভাৱ হ'ল সেইখন মুখ দেখি মই ভয়ত উচাপখাই উঠিছিলো। 'টাইগাৰ'—বিজনৰ মাতটো শুনি তাৰ মৰমৰ এলচিচিয়ানটোৱে মোৰ চকু দুটালৈ চাবলৈ এৰি বিজনৰ গাত মৰম বিচাৰি জপিয়াই পৰিল। লগে লগে মোৰ নাকৰ পৰা অজানিতে এটা স্বস্তিৰ নিশ্বাস ওলাই আহিছিল।

'ভয় কৰিব নালাগে, মই লগত থাকিলে ই একো নকৰে। নিশ্চিন্ত হৈ আহিব পাৰ।' বিজনৰ কথাত সাহ পাই মই তাৰ পিচে পিচে গৈ বিৰাট ড্ৰয়িং-ৰুমটোৰ চোফা এখনত বহিলোগৈ।

'টাইগাৰ'ৰ পিচতে আমাক চাবলৈ যি দ্বিতীয়খন মুখৰ আবিৰ্ভাৱ হ'ল, তাক দেখিয়েই বিজনে ক'লে, "আমাৰ দুয়োৰে কাৰণে চাহ-জলপান আন, তাৰ আগতে টাৱেল এখন বাথ-ৰুমত দি আহ।"

সি একো উত্তৰ নিদি ওলাই গ'ল। সি ওলাই যোৱাৰ পিচত মোলৈ চাই বিজনে ক'লে, 'যা, হাত-মুখ ধুই ল'। চাহ হৈয়ে আছে কিজানি, তাৰ পিচত কথা পাতিম।'

মই তাৰ কথামতে চোফাখনৰ পৰা উঠিলো যদিও অচিনাকি ঘৰ এখনত পোনেই ভিতৰলৈ যাবলৈ ভাল নেপাই অকণমান এনেয়ে থিয় হৈ থাকিলো। বিজনে মোৰ মনৰ কথা ধৰিব পাৰি ক'লে, 'লাজ কৰিব লগা কোনো মানুহ নাই, এই হোটেলত মোৰ বাহিৰে বাকী প্ৰাণী হ'ল এটা ড্ৰাইভাৰ, এটা মালী, এটা ৰান্ধনী ইমানেই।

তাৰ কথা শুনি এবাৰ মই তাৰ মুখলৈ প্ৰশ্নবোধক চাৱনিৰে চালো, পিচে একো কবলৈ নহ'ল।

সি দেখুৱাই দিয়া মতে মই পিচে পিচে গৈ 'বাথ-ৰুম' পালোগৈ।



## ॥ দুই ॥

শুবলৈ ললো যদিও শোৱাৰ অকণো ইচ্ছা মোৰ নহ'ল। বিজনৰ লগত কথা পাতি পাতি মোৰ উঠি আহিবৰ মন যোৱা নাছিল। মনটো তাৰ কথাবোৰে বৰ গধুৰ কৰি পেলালে।

মই উঠি আহিব খোজা নাছিলো; সি জোৰ কৰি পঠাই দিলে। 'তই শোগৈ যা,' অলপ ৰৈ সি ক'লে, 'মই এতিয়া মদ খাম, তই আগত থাকি দিগদাৰ পাবি।'

মই দিগদাৰ পাম বুলি নহয়, তাৰ হয়তো নিজৰে কিবা অসুবিধা আছে; সেইবাবে সি মই শোৱাটোতে জোৰ দিলে।

বিজনে কলে, 'মই আনকাল সন্ধ্যা লগাৰ পৰাই মদ খাওঁ, নহলে থাকিব নোৱাৰো। আজি তই থকাৰ কাৰণে নোখোৱাকৈ আছিলো, পিচে আৰু নোৱাৰো……

ঃ এনেকৈ মদ খাই জীৱনটো ধ্বংস কৰিছ কিয়? তোৰ কি নাই যে……

ঃ মোৰ কি আছে, অন্ততঃ সৃষ্টি কৰিবলগীয়াকৈ মোৰ একো নাই।

ঃ টকা-পইছা, খ্যাতি সকলো তোৰ আছে, বিয়া-বাৰু কৰাই এখন সুন্দৰ সংসাৰ……

ঃ হাঃ হাঃ হাঃ, বিয়া?? তই নকৰাৰ কেলৈ? কিতাপেই তোৰ ঘৈণীয়েৰ আৰু তই লিখা গল্প-উপন্যাসবোৰ তোৰ সন্তান বুলি কৈ কিছুমান ডেকা-গাভৰুৰ তই আদৰ্শ হ'ব পাৰ, কিন্তু মোক জানো তই ফাঁকি দিব পাৰিবি?

এইবাৰ বিজনৰ কথাৰ উত্তৰ কি দিম ভাবি নাপালো। সেইবাবে মই মনে মনে থাকিলো, মই মনে মনে থকা দেখি সি পুনৰ কলে,

ঃ মই জানিবা বিয়া কৰাওঁৱেই, ছোৱালী দিব কোনে? তোৰ ভনী এজনী থকা হলে জানো দিলিহেঁতেন?

পিচৰ কথা কেইটা কওঁতে তাৰ মাতটো অলপ কঁপা যেন অনুমান হ'ল। মোৰ এনে লাগিল তাৰ চকু কেইটা চলচলীয়া হৈ পৰিছে।

মই তাৰ কথাৰ একো উত্তৰ নিদিলো। বিজনে নিজেও হয়তো অনুভৱ কৰিলে, সি যেন কিছু দুৰ্ব্বল হৈ পৰিছে। সেইবাবে নিজৰ দুৰ্ব্বলতা লুকুৱাবলৈ অলপ জোৰেৰে হাঁহি দি কলে,

ঃ গল্প এটা মনত পৰিছে বুজিছ, গুৱাহাটীলৈ যাওঁতে চুলেমানে কৈছিল।

ঃ কোন চুলেমান?

ঃ তই কিজানি চিনি নাপাৱ, সাহিত্য-তাহিত্যৰ লগত তাৰ সম্বন্ধ নাই, মোৰ বন্ধু, মানে আমাৰ বন্ধুত্বৰ এটাই মিল আছে—সি বিয়াৰ কথা এতিয়াও ভবা নাই, মানে এতিয়া আৰু বিয়া-বাৰুৰ কথা ভবাৰ বয়স পাৰ হৈ যোৱা বুলিয়েই ধৰিব পাৰ।

ঃ অ'।

ঃ এবাৰ তাৰ মামীয়েক কলিকতাৰ পৰা 'প্লেনে'ৰে আহিছিল। তালৈ টেলিগ্ৰাম কৰিলে, সি 'এয়াৰ পৰ্ট'ত 'ৰিচিভ্' কৰিলে ঃ 'লাষ্ট ফ্লাইট।' এতেকে গুৱাহাটী পাওঁতেই সন্ধ্যা লাগিল। মামীয়েক আকৌ সেইদিনাই শ্বিলঙলৈ যাব। অকলে আহিছে, সেইবাবে সি টেক্সী এখন বন্দোবস্ত কৰি মামীয়েকক লৈ শ্বিলঙত থবলৈ গ'ল। মামীয়েকে সি কৰা কষ্টখিনিৰ কাৰণে কৃতজ্ঞতা জনাবৰ বাবে তাক তাৰ বিয়াৰ কথা গোটেই বাটটোতে কৈ গ'ল; শেষত ইমান পৰ্য্যন্ত কলে যে তাৰ কাৰণে এজনী ধুনীয়া ছোৱালী চাই আহিছে দাৰ্জ্জিলিঙত, আগৰ বছৰ 'চিনিয়ৰ কেমব্ৰীজ' পাছ কৰি তাত পঢ়িবলৈ গৈছে। চুলেমানেও গোটেই বাটটো একান্ত মনে



মামীয়েকৰ কথা শুনি গ'ল। মামীয়েকেও ভাবিলে এইবাৰ অন্ততঃ সি ফান্দত পৰিছে। 'টেক্সী'খন গৈ শ্বিলং সোমোৱাৰ লগে লগে চুলেমানে কলে, 'বাৰু মামী, কোৱাচোন মই যদি ইতিমধ্যে বিয়া কৰালোহেঁতেন তোমাক বাৰু তেতিয়া আজি এনেদৰে শ্বিলঙত থবলৈ আহিলোহেঁতেন নে?…তুমি মোৰ প্ৰতি ইমান কৃতজ্ঞ, মোৰ জীৱনৰ বাবে এই সময়খিনি ইমান চিন্তা কৰিলা, কিয় জানা? কাৰণ, মই এই ৰাতিখন কোনো আপত্তি নকৰাকৈ শ্বিলঙত তোমাক থবলৈ আহিছো। কিন্তু মই বিয়া কৰোৱা হলে এইকণ 'ছাৰ্ভিচ্' জানো তুমি মোৰ পৰা আশা কৰিলাহেঁতেন? মই—বুজিছা, তোমালোকৰ এইকণ মৰম পাই থাকিবৰ বাবেই বিয়া কৰোৱা নাই, হাঃ হাঃ হাঃ…

চুলেমানৰ গল্প শেষ কৰি বিজনে নিজেও এবাৰ হাঁহি দিলে। তাৰ গল্পটো শুনি মোৰো হাঁহি উঠিল। মই পিচে তাৰ লগত আৰু কথা আগবঢ়াব নুখুজিলো। সেইবাবে থিয় হৈ তাক কলো, 'মই শোওঁগৈ, তই মদ খাৱ, শোৱ, যি কৰ কৰি থাক।'

শুবলৈ যদিও ললো, টোপনি হলে অকণো নাহিল। বাৰে বাৰে বিজনৰ কথাবোৰে মোক আমনি কৰিবলৈ ধৰিলে। মোৰ মনটো উৰি গ'ল এৰি অহা কলেজীয়া দিনবোৰলৈ।

এতিয়াও ভাবিলে আচৰিত লাগে, বিজনৰ নিচিনা ল'ৰা এটাৰ লগত সেই সময়ত মোৰ কেনেকৈ বন্ধুত্ব হৈছিল। বিজন আছিল স্বাভাবিকতে বৰ হুলস্থুলীয়া যিটো মোৰ সম্পূৰ্ণ স্বভাৱ বিৰুদ্ধ। আমি পঢ়াৰ দিনত কলেজত হোৱা প্ৰত্যেকটো গণ্ডগোল, মাৰপিট, ছোৱালীক অশ্লীলভাৱে জোকোৱা বুলি থকা অভিযোগৰ প্ৰত্যেকটো ঘটনাৰ লগত সি জড়িত আছিল। এই কাৰণে সি বহুবাৰ কলেজৰ 'প্ৰিঞ্চিপাল'ৰ পৰা 'ওৱাৰ্ণিং' পাইছে, সেইবাবে কেতিয়াবা প্ৰিঞ্চিপালৰ সৈতে বাটে-পথে দেখা হ'লে প্ৰথম প্ৰশ্ন হিচাবে তেখেতে মোক

সোধে, 'কিহে তোমাৰ বন্ধুৱে এই কেইদিন আৰু ক'ত গণ্ডগোল লগাইছে ?'

আনহাতে তাৰ তুলনাত মোৰ স্বভাৱটো আছিল সম্পূৰ্ণ বিপৰীত। মই আছিলো অলপ বেচি শান্ত। কিতাপ পঢ়া, বিজনৰ 'লেকচাৰ্' শুনাই আছিল মোৰ কাম। সি যেতিয়া একেৰাহে বহু কিবাকিবি কৈ উঠি দেখে যে মই তাৰ কথাৰ 'হা', 'না' একো উত্তৰ দিয়া নাই, সি তেতিয়া কয়, 'কি বুৰ্ব্বকৰ দৰে শুনি গৈছ, কিবা নকৱ কিয় ?' 'তইতো কৈছই', মই কওঁ, 'মই আকৌ কি কব লাগে ?'

এনে বিপৰীতমুখী দুটা মন কেনেকৈ বন্ধুত্বৰ এনাজৰীত বান্ধ খালে কব নোৱাৰো। সেইবাবে বহুতৰে মাজত আমি এসময়ত আলোচনাৰ বিষয় হৈ পৰিছিলো।

হয়তো আমাৰ মাজত কোনোবা খিনিত মিল আছিল। কিহৰ মিল মই নাজানো; হয়তো আমাৰ চকুত ধৰা নপৰা বহুতো মিল আছিল। বিজনে কয়, 'আমাৰ মাজৰ মিলখিনি বেদনাৰ মিল।' আনে শুনিলে কয়, 'তোৰ আকৌ কিহৰ বেদনা ? দুখ, বেজাৰ, বেদনা এইবোৰ শব্দৰ অৰ্থ জানিবলৈ জানো তই অভিধান বিচাৰি নুফুৰ ?' তেনেকৈ কলে সি হাঁহে, কিন্তু সেই হাঁহিৰ মাজত লুকাই থকা কিবা এক কৰুণতা মই দেখিবলৈ পাওঁ। সেই কৰুণ মুখখন অৱশ্যে আনে নেদেখে, উপলব্ধি কৰিবও নোৱাৰে। সেই কথা তাক কলে সি কয়, 'আমাৰ বন্ধুত্বৰ মিল হয়তো সেই খিনিতেই, কাৰণ তই মোক যিমান বুজ, পৃথিৱীৰ কোনো মানুহেই সিমান বুজিব নোৱাৰে।'

বি-এ পৰীক্ষা দি আমি অন্যমনস্কভাৱেই 'কটন কলেজ' এৰিবলৈ সাজু হ'লো। প্ৰায়বোৰ হোষ্টেলতে বন্ধুবৰ্গ ঘৰলৈ যাবলৈ ব্যস্ত হৈ পৰিল। বিজন কিন্তু নিৰ্ব্বিকাৰ। ঘৰলৈ যে যাব লাগে তাৰ একো খবৰ নাই।

তাক সুধিলো, 'কি হ'ল, ঘৰলৈ নাযাৱ নেকি ?'



'কি কৰিম গৈ ?' সি কলে, 'মই ক'ৰবাত ফুৰিবলৈ যোৱাৰ কথাহে ভাবিছো।' তাৰ কথা শুনি মই আচৰিত হৈছিলো। 'যোৱা চাৰি বছৰে তই এবাৰো যোৱা নাই, পৰীক্ষা দি উঠি একেবাৰে যাম বুলি কৈছিলি, কিন্তু এতিয়াও তই নোযোৱা হলি। তোৰ মতলব কি ?' সি মোৰ কথা শুনি হাঁহিলে, একো নকলে। কিন্তু মোৰ এনে অনুভৱ হ'ল সি যেন বৰ জোৰ কৰিহে সেইদিনা মুখলৈ হাঁহি আনিছিল।

বিজনক মই আৰু একো সোধা নাছিলো। মই ভাবিছিলো সি ঘৰলৈ নোযোৱাৰ অন্তৰালত কিবা ঘৰুৱা কথা আছে। সেইবাবে তাৰ ব্যক্তিগত জীৱনৰ কথা সুধিবলৈ মই ভালপোৱা নাছিলো। পিচে সি নিজেই মোক তাৰ পিচদিনা ক'লেহি, 'মই কলৈ যাম ? মোৰ যে কোনো নাই, বেঙ্কত কিছুমান টকা থকাৰ বাহিৰে মোৰ কোনো নাই।' অভাবনীয় এটা মুহূৰ্ত্তত মই তাৰ কথাবোৰ শুনি স্তব্ধ হৈ গৈছিলো।

প্ৰথমে তাৰ কথাবোৰ শুনি মই একো বুজি পোৱা নাছিলো। কেৱল অদ্ভুত বিস্ময়েৰে তাৰ কথাবোৰ শুনি গৈছিলো।

বিজনে কৈছিল, সি হেনো এইখন পৃথিৱীলৈ অনাহূতভাৱে আহিছিল। তাৰ দেউতাক অসমৰ এজন বিখ্যাত ব্যক্তি। কিন্তু অবৈধ বাবেই সি তাৰ প্ৰাপ্য স্বীকৃতি নাপালে। তাৰ জন্মৰ পিচত মাথো কেই হাজাৰ মান টকা দি দেউতাকে নিষ্কৃতি পালে। এটা ঘৰ আৰু ভৰণ-পোষণৰ বাবে মাহে মাহে কিছু টকাহে সি দেউতাকৰ পৰা অধিকাৰ সূত্ৰে পাইছিল। কিন্তু সি মেট্ৰিক পাছ কৰাৰ পিচতে মাক ধুকাল। তেতিয়াৰ পৰাই সি অকলশৰীয়া। কিছুদিন অকলশৰে সেই ঘৰটোত থাকি তাৰ আমনি লাগিল। সেইবাবে পোন্ধৰ হাজাৰ টকাত ঘৰে-মাটিয়ে সকলো বিক্ৰি কৰি গুচি আহিল। মাকৰ মৃত্যুৰ সময়ত কথা দিয়া বাবেই সি আহি কলেজত নাম লগালে।

'মোৰ বুজিছ, মা বৰ দূৰদৰ্শী মানুহ আছিল, মানে মায়ে এবাৰ খোৱা ঠগনে মাক ভৱিষ্যতৰ প্ৰতি সজাগ হ'বলৈ শিকাইছিল। সেইবাবে মোৰ ভৱিষ্যতৰ কথা ভাবিয়েই বেঙ্কত দহ হাজাৰ টকা জমা কৰি যাব পাৰিছিল। অৱশ্যে মায়ে এক প্ৰকাৰ 'ব্লেক মেইলিং'য়েই কৰিছিল। দেউতাৰ প্ৰকৃত পৰিচয়টো সমাজৰ আগত দাঙি ধৰিব বুলি কৈ বহু টকা মোৰ ভৰণ-পোষণৰ বাবে সৰকাইছিল। ঘৰটো বেচি পোৱা পোন্ধৰ হেজাৰ আৰু মায়ে জমা কৰা দহ হেজাৰ টকাই মোৰ জীৱনৰ আত্মীয়, আৰু কোনো নাই.........।'

কথা কওঁতে কওঁতে তাৰ মাতটো সেইদিনা থোকাথুকি হৈ গৈছিল। জীৱনত প্ৰথম বাৰৰ কাৰণে তাক মই সেইদিনা দুখ কৰা দেখিছিলো।

'মই ইমান হুলস্থুল কৰি থাকো কিয় জান? মই নিজকে পাহৰি থাকিবলৈ বিচাৰো, কেনেবাকৈ যদি মই দুখ-বেজাৰ কৰিবলৈ আৰম্ভ কৰি দিওঁ, মই গোটেই জীৱনটোৱেই হয়তো বেজাৰ কৰিব লাগিব, ...তেতিয়া মই পলাব লাগিব। মই পলাব নোখোজো, মই মোৰ জীৱনটো ভাগ্যৰ সৈতে 'চেলেঞ্জ' কৰিব বিচাৰিছো, ইয়াৰ প্ৰতিশোধ মই ল'ম। তই নাভাবিবি মই পলাই যাম......।'

সি কথা কওঁতে কওঁতে বিৰাট ক্ষোভত উত্তেজিত হৈ পৰিছিল। ইমান এটা হুলস্থুলীয়া ল'ৰাৰ অন্তৰত ইমানখিনি বেদনা যে লুকাই থাকিব পাৰে মই ভাবিব পৰা নাছিলো।

তাক কৈছিলো, 'ব'ল, মোৰ ঘৰত থাকিবি, অন্ততঃ এই বন্ধৰ দিন কেইটা, 'ৰিজাল্ট' ওলালে বাকু কি হয় দেখা যাব; অকলে অকলে এনেকৈ অনাই-বনাই ঘূৰি ফুৰিলে তোৰ বেচিহে বেয়া লাগিব।'

মোৰ কথা শুনি সি হাঁহিছিল। সি কৈছিল, 'সহানুভূতি আৰু পুতৌ মই কাৰো পৰাই নিবিচাৰো। তিনিমাহ বাকু 'ৰিজাল্ট' নোলোৱালৈকে তই ৰাখিলি; তাৰপিচত? মৰম-চেনেহত মোহ



ৰহিলে গোটেই জীৱনটোৱেই মোৰ অসহনীয় হৈ উঠিব, সেই বাবে এনেকৈয়ে ভাল বুজিছ। এয়েতো মোৰ জীৱন......।'

তাৰপিচত এদিন মই বিজনক 'আসাম মেইল'ত তুলি দিছিলো। ইয়াৰ পিচত মই আৰু তাক লগ পোৱা নাই। ময়ো এম-এ পঢ়িবৰ বাবে এলাহাবাদলৈ গুচি গৈছিলো। তাৰ খবৰ বহু ঠাইত বিচাৰিও একো পোৱা নাছিলো। মাথো খবৰ কাগজত ওলোৱা তাৰ বি-এ পাছ কৰা খবৰটোৱেই আছিল তাৰ বিষয়ে জনা মোৰ শেষ খবৰ।

ইতিমধ্যে সহস্ৰ ব্যস্ততাৰ মাজত মই বিজনৰ কথা একেবাৰে পাহৰি পেলালো। পোন্ধৰ বছৰমান ইতিমধ্যে পাৰ হৈ গ'ল। ইমান দিনৰ পিচত তাক এনেদৰে লগ পাই সঁচাকৈয়ে মই বৰ আচৰিত হৈছিলো। তাৰ খবৰ মই একো নাজানো যদিও ইতিমধ্যে বিয়াৰ উপহাৰ হিচাবে জনপ্ৰিয়তা লাভ কৰা মোৰ কেইবাখনো উপন্যাসৰ নাম সি কৈ গ'ল। তাৰ খবৰ একো নাজানো কাৰণেই সি চাহৰ টেবুলত বহি বহি এটা এটাকৈ মোক তাৰ খবৰ দি গ'ল। এতিয়া হেনো তাৰ বহুত টকা হৈছে। দুখনকৈ মটৰকে কিনিলে। আজি-কালি একমাত্ৰ ব্যৱসায়তে সি ব্যস্ত।

ঃ পঢ়িবলৈ আৰু মোৰ ভয় লাগিল বুজিছ। বেচিকৈ পঢ়া-শুনা কৰিলে জীৱনৰ মানবীয় দিশটোৱে মোৰ অন্তৰৰ ক্ষোভবোৰ মচি পেলাই বুলিয়েই মই পঢ়িবলৈ নহ'ল। তাৰোপৰি নিজক প্ৰতিস্থা কৰাৰ দুৰ্ব্বাৰ বাসনাটো ক'ৰবাত শেষ হৈ যায় বুলিয়েই ব্যৱসায়ত নামি পৰিলো।

...এতিয়া বুজিছ, সমাজত মানুহ হিচাবে মোৰ বহুত মূল্য। যি দেউতাই এদিন মোক স্বীকৃতি দিয়া নাছিল, সেই দেউতাৰ মৰমৰ বোৱাৰীয়েকে ক্লাবত মোৰ সৈতে নাচি নাচি ভাগৰ লাগিলে শেষ-নিশা অকণমান মৰম বিচাৰি মোৰ এইটো ঘৰলৈকে আহে।'

কথা কৈ কৈ সি এক বিজয় উল্লাসত ডাঙৰকৈ হাঁহি দিছিল। তাৰ পিচত হাঁহি হাঁহি কলে, 'তই ঘিণ কৰিব পাৰ, মোৰ আপত্তি নাই,

কিন্তু যি প্ৰতিশোধৰ বহ্নি মোৰ অন্তৰত ইমান দিনে পুহি ৰাখিছিলো, তাক জ্বলাই দিছো। মই পলোৱা নাই, মই নপলাও……।'

মই অকণমান বুজাবৰ চেষ্টা কৰিছিলো। তাক কৈছিলো, জীৱনটো এনেভাৱে গ্ৰহণ কৰা তাৰ উচিত হোৱা নাই। বাপেকে কিবা এটা দোষ কৰিলে কাৰণেই তাৰ প্ৰতিশোধ লবলৈ এনে এটা পন্থা বাচি লোৱা তাৰ উচিত হোৱা নাই।

মই তাক কৈছিলো, 'বিয়া কৰ, এনেকৈয়ে জীৱনটো নষ্ট কৰি দিয়াৰ একো অৰ্থ থাকিব নোৱাৰে।' সি মোৰ কথা শুনি মাথো হাঁহিলে। তাৰ পিচত ঘূৰাই মোকেই সুধিলে, 'তই নকৰাৰ কিয়? 'জাৰ্ণেলিজিমে'ই তোৰ ঘৈণীয়েৰ বুলি কৈ কিছুমান বুৰ্ব্বক ডেকা-গাভৰুক তই ফাকি দিব পাৰ; কিন্তু মোক নোৱাৰ। তই পলাইছ, মই পলোৱা নাই, মই জীৱনটো চৰমভাৱে উপভোগ কৰিছো। জীৱনটো উপভোগ কৰিছো বাবেই বিয়া নকৰাওঁ।'

ৰাছত পঢ়ি অহা কিতাপখন অভ্যাসজনিত ৰোগৰ কাৰণেই বিছনাত শুই মেলি লৈছো যদিও এটা পৃষ্ঠাও মোৰ পঢ়া নহ'ল। মনৰ পৰ্দ্দাত বাৰে বাৰে বিজনৰ কথাবোৰে ভুমুকি মাৰিছে বৰ নিৰ্ম্মম-ভাৱে। বুজিলো কিতাপ পঢ়া আৰু মোৰ নহব, সেইবাবে 'লাইট'টো মই 'অফ' কৰি দিলো।



॥ তিনি ॥

মই বিজনলৈ অপেক্ষা কৰিব খুজিছিলো। কিন্তু তাৰ ৰান্ধনীটোৱে ক'লে, "আপুনি চাহ খাওক, চাহাবে কৈ গৈছে; ঠিকতো নাই কামৰ মানুহ কেতিয়া আহে। আপুনি কষ্ট পাব।"

সঁচা কথা, পুৱাৰ চাহকাপ নোখোৱালৈকে মোৰ গাটো ভাল নালাগে; চাহকাপ খাই দুটামান চুৰট হোপাৰ পিচতহে মই অন্য কামত হাত দিব পাৰো। সেই বাবে তাক মই চাহ দিবলৈ কৈ ডাইনিং ৰুমত বহিছোহে, ঠিক সেই সময়তে কোনোবাই গাড়ী ৰখোৱা শব্দ শুনিলো। মই ৰান্ধনী ল'ৰাটোক মাতি ক'লো, "চাহাব আহিছে নিশ্চয়। দুয়োকে চাহ দে।"

মোৰ কথা শুনি সি বিজনক চাহৰ কথা কবলৈ দৌৰ মাৰিলে। মোৰ সন্মুখত আধা সিজোৱা কণী, সেকা মাখন-সনা ৰুটী, কল আদিৰে দি থৈ যোৱা 'ব্ৰেকফাষ্ট' লৈ তালৈ অপেক্ষা কৰিলো। কিন্তু অলপ পিচতে মোক আচৰিত কৰি ল'ৰাটোৱে ক'লেহি, 'চাহাব অহা নাই, এগৰাকী 'মেমচাহাব' হে আহিছে।"

'মেমচাহাব'—ল'ৰাটোৰ মুখত এই অদ্ভুত শব্দটো শুনি মই আচৰিত হ'লো। কাৰণ, বিজনৰ ঘৰত ৰাতিপুৱাই কোনোবা মেম-চাহাবৰ পদাৰ্পণ হব পাৰে বুলি মই সপোনতো ভবা নাছিলো। মই তাক সুধিলো, "গ'ল নে বহিছে?"

"যোৱা নাই, বহিছে," সি ক'লে, "কাৰোবালৈ 'টেলিফ'ন, কৰিছে।"

বিজন নাই, বিজনৰ আলহী। ময়ো যদিও আলহী, তথাপি

মাত এষাৰ নিদিলে অভদ্ৰতা হ'ব বুলিয়েই, তাতোকৈ বেচি হোৱা মোৰ কৌতূহলৰ কাৰণে মই তাক ক'লো, "এইখিনি ঢাকি থ', মই পিচত খাম। কোননো আহিছে মই এবাৰ খবৰ কৰি আহো।"

মই ড্ৰইং-ৰুমৰ পৰ্দ্দাখন ডাঙি সোমোৱাৰ লগে লগে দেখিলো ভদ্ৰ মহিলা গৰকীয়ে 'ফ'ন'টো নমাই থৈছে। মোৰ ফালে পিঠি দি থকাৰ কাৰণে কোন ঘপকৰে ধৰিব নোৱাৰিলো যদিও মই কোঠাটোত সোমোৱা গম পাই মহিলা গৰাকীয়ে ঘূৰি চালে আৰু মোক অবাক কৰি যি গৰাকী মহিলাই প্ৰথমে কথা ক'লে তেওঁ অন্য কোনো নহয় —মিচেচ্ শোভামূৰ্ত্তি!

"হেল্লো ইয়ং জাৰ্ণেলিষ্ট!" মিচেচ্ শোভামূৰ্ত্তিয়ে চিঞৰি উঠিলে, "কেতিয়া আহিলা? বিজনে 'ফ'ন'ত ক'লে কোনোবা এজন বন্ধু আহি থকাৰ কথা; শুনি মই ভয় খাইছিলো। এতিয়া দেখিছো তুমি।"

মিচেচ্ মূৰ্ত্তিৰ ইমানবোৰ কথাৰ উত্তৰ মই কি দিম একো ঠিক কৰিব নোৱাৰি সুধিলো, "বিজনে ক'ৰ পৰা 'ফ'ন' কৰিলে?"

"অ', তোমাৰ বন্ধু ক'ত গ'ল তুমি কব নোৱাৰা, সুধিছা মোক?" তাৰ পিচত এক আত্ম-প্ৰত্যয়ৰ হাঁহি মাৰি ক'লে, "মই জানো এই পূৱাই বিজন কলৈ যাব পাৰে, বিজন এতিয়াই আহিব; তুমি নিশ্চয় 'ব্ৰেকফাষ্ট' কৰা নাই; ঠিক আছে আমি একেলগে খাম। বিজনো পাবহি, মইতো কেম্পৰ পৰা 'বেড্-টি' খায়ে আহিছো। মোক 'ব্ৰেকফাষ্ট'টো ঠিক লাগে। কেম্পৰ কটী তুচকল খাই মই থাকিব নোৱাৰো।"

মিচেচ্ মূৰ্ত্তিৰ কথা মই একো বুজিব নোৱাৰিলো। মুঠতে মই বুজিলো, মিচেচ্ মূৰ্ত্তিৰ বিজনৰ লগত এক গভীৰ বন্ধুত্ব আছে; নহলে এনেকৈ বিজনৰ ঘৰত কেম্পৰ পৰা পলাই 'ব্ৰেকফাষ্ট' কৰিবলৈ আহিব নোৱাৰিলেহেঁতেন।

মই কি কম একো ভাবি নাপাই মিচেচ্ মূৰ্ত্তিৰ কাষৰ চকীখনত বহি পৰিলো। তাৰ পিচত জেপৰ পৰা চিগাৰেটৰ পেকেটটো



উলিয়াই 'চাইড্' টেবুলখনত থৈ এবাৰ ভাবিলো; চিগাৰেটটো খোৱা উচিত হ'বনে নহয়।

তাৰ পিচত, ভদ্ৰতাৰ খাটিৰত 'এক্সকিউজ মি' বুলি কৈ চিগাৰেট এটা পকেটৰ পৰা উলিয়াই জেপত জুইশলা বিচৰাত লাগিলো। জুইশলাটো সম্ভৱ লৰালৰিত ডাইনিং টেবুলখনত পেলাই আহিছিলো; সেইবাবে ৰান্ধনী ল'ৰাটোক মাতিবৰ কাৰণে কাষৰ কলিংবেলটো টিপিব খোজোতেই দেখিলো মিচেচ মূৰ্ত্তিয়ে তেওঁৰ 'হেন্দবেগ'টোৰ পৰা সৰু 'গেচ লাইটাৰ' এটা উলিয়াই অগ্নিসংযোগ কৰি মোৰ ফালে আগবঢ়াই দিলে। তাৰ পিচত মোক আৰু অপ্ৰস্তুত কৰি পেকেটটোৰ পৰা চিগাৰেট এটা উলিয়াই লৈ ছুয়ো ওঁঠেৰে চেপি ধৰিলে।

ভদ্ৰতা কৰি মইহে প্ৰথমে চিগাৰেট এটা মিচেচ্ মূৰ্ত্তিলৈ আগবঢ়াব লাগিছিল; মিষ্টাৰ মূৰ্ত্তি হোৱা হলে তাকেই কৰিলোহেঁতেন কিন্তু এগৰাকী ভদ্ৰ মহিলাক চিগাৰেট 'অফাৰ' কৰাৰ সাহস মোৰ নাছিল। সেইবাবে অলপ বিনম্ৰ হৈ ক'লো—

"মই আপুনি 'স্ম'ক, ক'ৰে বুলি……

"নাই, নাই, মই Public place-ত smoke নাইবা drink নকৰো। জানাইতো আমাৰ সমাজ, It may affect in my career. পিচে পুৱা অন্ততঃ মই দুই-এটা চিগাৰেট নাখালে নচলে। কেম্পত যি ভীৰ, বাথ-ৰুমটো চিগাৰেট খোৱাৰ বাবে ব্যৱহাৰ কৰি কিছুমানক 'কিউ'ত থিয় কৰাই ৰখাৰ সাহস কৰিব নোৱাৰিলো। সেইবাবে ইয়ালৈ দৌৰি আহিছো।"

মিচেচ্ মূৰ্ত্তিৰ কথা শেষ নৌ-হওঁতেই বাহিৰত গাড়ী ৰখাৰ শব্দ শুনিলো। সেইবাবে মই কলো, "বিজন আহিছে।"

মোৰ কথাৰ কোনো উত্তৰ নিদি মিচেচ্ মূৰ্ত্তি বাহিৰলৈ ওলাই গ'ল; মইও চকীৰ পৰা উঠিলো। হয়, বিজনেই হয়। বিজনক দেখিয়েই মিচেচ্ মূৰ্ত্তিয়ে চিঞৰি উঠিল, "ইমান দেৰি কৰিলা যে?"

মিচেচ্ মূৰ্ত্তিৰ লগত মোৰ চিনাকি প্ৰায় পাঁচ বছৰৰ আগতে হৈছিল ডিগবৈত। মই গৈছিলো সম্পূৰ্ণ ব্যক্তিগত কামত। পেহীৰ ছোৱালী এজনীৰ বিয়া; সেইবাবে মই যাব লগা হ'ল কেইবা দিনৰ আগতে। সাধাৰণতে বিয়া-বাৰুৰ হুলস্থুলবোৰত মই অভ্যস্ত নহয়। সেইবাবে বিয়াৰ দিন ওচৰ চাপি অহাৰ লগে লগে অসহ্য লাগিব ধৰিলে। তাৰোপৰি ডাঙৰ কথা হ'ল, বিয়াৰ খবৰ কৰিবলৈ যিয়েই আহিছে সকলোৰে প্ৰশ্ন হ'ল: মোৰ বিয়া কেতিয়া পাতিছো? পেহীৰ সৰুজনী ছোৱালী মানুৰেতো কৈ থৈছে, বিয়ালৈ তাইৰ লগৰ বহুত ছোৱালী আহিব; তাৰ ভিতৰত মই যেন এজনী পচন্দ কৰি থওঁ। ইয়াৰ ভিতৰতে তাই দুজনীমানৰ নামো মোক কৈ থৈছে। আনকি সুবিধা পালেই তাইৰ লগৰ ছোৱালীৰ লগত মোক জোৰকৈ চিনাকি কৰি দিছে। ছোৱালীবোৰে কিবা এক কৌতূহলেৰে মোক চাইছে, এটা সুন্দৰ নমস্কাৰ দিছে। এই কৌতূহলৰ কাৰণ মই নহয়, মোৰ কিতাপবোৰ। পূজা আৰু বিহু-সংখ্যা পূৰাবলৈ লিখা তথাকথিত উপন্যাসবোৰ, যিবোৰ আচলতে উপন্যাসো নহয়, গল্পও নহয়; তাৰ মাজতে কিবা এটা। যিবোৰ উপন্যাস পূজা নাইবা বিহু-সংখ্যাত ওলোৱাৰ এবছৰৰ পিচত 'বিয়া'ত উপহাৰ দিবৰ কাৰণে বজাৰত তিনি টকাত মাত্ৰ বিক্ৰি হয়; সেই উপন্যাসৰ লিখকক চোৱাৰ কৌতূহল দেখি অবাক হৈছিলো।

মোৰ কাৰণে এই পৰিবেশটোৰ পৰা পলোৱাৰ বাহিৰে অন্য কোনো উপাই নাছিল। বিশেষকৈ মাৰ আগত যেতিয়া মোৰ বিয়াৰ আলোচনা হয়, তেতিয়া মাৰ কাষত থকা মোৰ পক্ষে অসহ্য হৈ পৰে। মোৰ নিচিনা বিবাহযোগ্য ডেকা ল'ৰা এটাই বিয়া-বাৰু নকৰাকৈ থকাটো মোৰ মা-দেউতাৰ বাবে যে অপমানজনক কথা, সেইটো মই জানো। সেই সময়ত মায়ে মোলৈ যিদৰে চায়; সেই বৰ্ণনা মই হয়তো মোৰ কোনো গল্প-উপন্যাসতে দিব নোৱাৰিম। তেনে অৱস্থাত তেনে পৰিবেশৰ পৰা মই পলাই অহাৰ বাহিৰে মোৰ কোনো উপাই নাথাকে।



মোৰ এই অৱস্থাটোৰ কথা মোৰ বন্ধু ইপ্তিখাৰ আহমদক কোৱাত সি ক'লে, "তই মোৰ তালৈ গুচি আহ।" ইপ্তিখাৰ 'অসম অইল কোম্পানী'ৰ ইঞ্জিনীয়াৰ। এটা সুন্দৰ বাংলো লৈ অকলে আছে। অৱশেষত মোৰ বিচনাখন বিয়াঘৰত মাটিয়ে-বালিয়ে পৰি থাকিম বুলি অহা বাইদেউ এগৰাকীক এৰি দি মই ইপ্তিখাৰৰ বাংলো পালোহি।

ইপ্তিখাৰৰ বাংলোটো বেচ সুন্দৰ, সকলো সুবিধা আছে। মোৰ আটাইতকৈ সুবিধা হ'ল যেতিয়াই তেতিয়াই খুচিমতে ইয়াত চিগাৰেট খাব পাৰো। ইপ্তিখাৰে কৈছিল, "কোম্পানীত চাকৰি কৰা এটাই সুবিধা, 'কাম্ উইথ্ এ বেগ্, লিভ উইথ্ এ বেগ্'—একো আনিব নালাগে পৰ্দ্দাৰ পৰা চাহৰ কাপলৈকে সকলো কোম্পানীয়েই যোগাৰ দিব।"

সেই ইপ্তিখাৰে এদিন চিনাকি কৰি দিলে মিচেচ্ শোভামূৰ্ত্তিৰ সৈতে। মিচেচ্ মূৰ্ত্তি ইপ্তিখাৰৰ 'বচ'ৰ ঘৈণীয়েক।

ইতিমধ্যে মোৰ কেইবা জনো নতুন বন্ধু ইপ্তিখাৰৰ যোগেদি সৃষ্টি হৈছিল। সি মোক সাংবাদিক আৰু লিখক বুলি চিনাকি কৰি দিওঁতে তেওঁলোকে বেচ সম্ভ্ৰমেৰে ব্যৱহাৰ কৰিছিল বাবে অলপ আচৰিত হৈছিলো। নহ'লে 'ফ'ৰ ফিগাৰ'ৰ দৰ্মহা পোৱা, গাড়ী, মদ, ক্লাব আৰু 'চিফ্ট'ৰ বিষয়ে আলোচনা কৰা সেই বন্ধু কেইজনে সাধাৰণভাৱে চিনাকি কৰি দিয়া হলে মোক বিশেষ একো 'পাট্টা' নিদিলেহেঁতেন। 'এমেৰিকান্ বেষ্ট্ চেলাৰ'ৰ লগত নিবিড় সম্পৰ্ক থকাৰ বাবে ধৰি লৈছিল বছৰত অন্ততঃ এখন উপন্যাস লিখিয়েই মই তেওঁলোকৰ দৰে উপাৰ্জ্জন কৰিবলৈ সমৰ্থ। কাৰণ, কথাই কথাই তেওঁলোকে কৈছিল, এখন উপন্যাস লিখি 'পাব্লিচাৰক' দি দিয়ক, তাৰ পিচত গোটেই বছৰ নিশ্চিন্ত মনেৰে শুই বহি কটাই আপোনালোকে পাৰ কৰিব পাৰে, ৰয়েলিটিৰ পইছা আহিয়েই থাকিব, আমাৰ দৰেতো ঘড়ীৰ কাঁটাৰ লগত উঠা-বহা কৰিব নালাগে। ইপ্তিখাৰে তেওঁলোকৰ কথাত আৰু হয়-ভৰ দি মোক তুলি দিছিল। খং আৰু

লাজ ছুয়োটাই সমানে কষ্ট দিছিল। সেইবাবে ইপ্তিখাৰক কৈছিলো, "তইতো জান, অসমীয়া লিখক এজনে এখন কিতাপ লিখি কিমান টকা উপাৰ্জ্জন কৰে, তই মোক এনেকৈ 'ক্লেটাৰি' কৰি নিজে লাজ নাপাৱ?" সি কৈছিল, "তই নুবুজ, এইখন সমাজ একেবাৰে বেলেগ। ইয়াত তোৰ কিতাপ কোনেও নপঢ়ে, কিতাপৰ 'কোৱালিটি'ৰ ওপৰত কোনেও গুৰুত্ব নিদিয়ে, দিয়ে মাথো 'কোৱান্‌টিটি'ৰ ওপৰত। তই এখন উপন্যাস লিখাত কিমান কষ্ট কৰ, কিন্তু সেইখন যদি কেৱল বিয়াত উপহাৰ দিয়াৰ বাবে বিক্ৰী হয় বুলি কওঁ; তিনিহেজাৰ কিতাপৰ এটা সংস্কৰণ ওলোৱাৰ পিচত যে আৰু এটা সংস্কৰণৰ মুখ নেদেখে বুলি কওঁ তেতিয়া তোৰ লগত ইমান সম্ভ্ৰমেৰে 'হেৰল্ড ৰবিনচ্' নাইবা 'আৰ্ভিং ওৱেলিচ্'ৰ উপন্যাসৰ কথা এওঁলোকে আলোচনা কৰিবলৈ জানো ভাল পালেহেঁতেন? তোৰ কাৰণে নহয়, 'ফৰ্ দেয়াৰ্ প্ৰেষ্টিজ্ চেক্' মই এইখিনি কথা কৈছো—এইখন সমাজত আমি ইজনে সিজনৰ সন্মান বচাই ৰাখিবই লাগিব।"

সেই ইপ্তিখাৰৰ লগত মই এদিন ডিগবৈ ক্লাবলৈও গৈছিলো। ক্লাবলৈ যোৱা মানেই তাচ খেলা, মদ খোৱা আৰু খুউব বেচি বিলিয়াৰ্ড খেলা। বিলিয়াৰ্ড খেলিব নাজানো, তাচ খেলিব জানিলেও তাৰ লগত পইছাৰ কথাটো জড়িত হৈ আছে, এতেকে সেইফালে মুখ কৰাৰ সাহস কৰিব নোৱাৰিলো। ইপ্তিখাৰে সেইবোৰ একো নকৰে, 'বাৰ'ৰ চুক এটাত বহি কেই পেগ্‌মান হুইস্কী খাই বহু আগতে নিশব্দে ক্লাৱৰ পৰা ওলাই আহে। তাৰ খেলাত ৰাপ নাই, ডান্স্ বুলিলে সি সাত হাত দূৰত থাকে—আগৰে পৰা মাইকী মানুহক সহজে লব নোৱাৰে, এতিয়াও সেই স্বভাব সলনি কৰিব পৰা নাই। সি কৈছিল, কোম্পানীৰ 'চিনিয়ৰ এক্সিকিউটিভ্' ইমদাদ্ হুছেইনৰ ছোৱালী ৰায়হানা চুলতানাৰ লগত তাৰ বিয়া নহ'ল এই কাৰণেই। এবাৰ 'নিউ ইয়েৰ্চ্ ইভ্'ৰ উপলক্ষ্যে হোৱা 'চেৰিটি বল'ত ৰায়হানাই যেতিয়া তাক নাচিবলৈ অনুৰোধ কৰিছিল, সি একে কোবেই প্ৰত্যাখান



কৰিছিল। সেইদিনা তাতে অভিমান কৰি ৰায়হানাই ননচাকৈ আছিল। এনে এটা সুন্দৰ দিনত 'লাষ্ট অৱ দ্যা মোগল প্ৰিন্সেচ্' ৰায়হানাৰ অনুপস্থিতিত প্ৰায়বোৰ সভ্যই আচৰিত হৈছিল। সেইদিনা ৰায়হানাই ভাবিছিল, ইপ্তিখাৰে হয়তো ভালকৈ নাচিব নাজানে বাবেই তাইক তেনেদৰে প্ৰত্যাখান কৰিলে। সেইবাবে তাই পিচদিনা তালৈ 'ফ'ন্' কৰিছিল। 'ফ'ন'ত প্ৰস্তাৱ দিলে—প্ৰতি সন্ধিয়া তাই ইপ্তিখাৰক এঘণ্টাকৈ নাচিবলৈ শিকাব। কিন্তু সেই প্ৰস্তাৱো যেতিয়া ইপ্তিখাৰে প্ৰত্যাখান কৰিলে তেতিয়া তাই প্ৰশ্ন কৰিছিল—"তুমি যদি ক্লাৱত কোনো দিনে নানাচা, 'এটলিষ্ট্' আমাৰ 'অহ চৰি' তোমাৰ বিয়াৰ পিচত দিয়া পাৰ্টিটোত......।" ৰায়হানাৰ কথা শেষ কৰিবলৈ নিদি ইপ্তিখাৰে হা-হা কৰি হাঁহি কৈছিল, "মই যিজনী ছোৱালী বিয়া কৰিম বুলি ভাবিছো তাইৰ ঘৰ ক'ত জানা, শিৱসাগৰৰ ধাই আলিত। তাইৰ নানাকে এতিয়াও পুৰা হালখন লৈ হাল বাবলৈ যায়।" ইপ্তিখাৰৰ কথা শুনি খঙতে সেইদিনা তাই 'ফ'ন'টো থৈ দিছিল। কথাখিনি যে তাইকে কোৱা হৈছে ৰায়হানাই বুজি পাইছিল। ৰায়হানাৰ নানাকৰ স্মৃতিও খুউব কম। এবাৰহে তাই খুউব সৰুতে বাবাকৰ লগত গাৱঁৰ ঘৰলৈ গৈছিল। তাৰ পিচত আৰু যোৱা নাই। তাই যে যাবলৈ বেয়া পাই সেইটো নহয়; মাকেহে গাৱঁৰ ঘৰলৈ যোৱাৰ নামেই নুশুনে। ঈদৰ আগে আগে সেইবাবে বাবাকেই যায় —বছেৰেকত এবাৰ অকলে অকলে; আনকি ঘৰলৈ যাওঁতে ড্ৰাইভাৰটোকও মাকে নিবলৈ নিদিয়ে। কাৰণ, বহু বছৰৰ আগতে, বিয়াৰ প্ৰথম বছৰতে তেওঁ গৈছিল গাৱঁৰ ঘৰলৈ। সেইবাৰ লগত যোৱা ড্ৰাইভাৰটোৱে আহি তাৰ লগৰ বাবুৰ্চি, খানচামাৰ আগত কৈ দিছিলহি; চাহাবৰ বাবাই পথাৰত হাল বাবলৈ যায় বুলি। আনকি ড্ৰাইভাৰ-খানচামাৰ মুখে মুখে গৈ সেই কথা মিচেচ্ প'ল, মিচেচ্ ত্ৰিবেদী, মিচেচ্ ফুকনহঁতৰ কাণ চুইছিলগৈ। আনকি এবাৰ কিবা কথাত মিচেচ্‌প'লে মিঃ হুচেইন হালোৱাৰ ল'ৰা বুলি খোচ মাৰি

কোৱা কথাবাৰত লাজে অপমানে ৰায়হানাৰ মাক বিব্ৰত হৈছিল। সেই খণ্ডতে আহি সেই দিনাই তেওঁৰ ড্ৰাইভাৰ, খানচামা, বাবুৰ্চি সকলো বৰখাস্ত কৰি নতুন মানুহ লৈছিল। তেতিয়াৰ পৰাই ৰায়হানাৰ মাক সাৱধান, ইয়াৰ পিচত কেতিয়াও ড্ৰাইভাৰ লৈ মিঃ হুছেইনক ঘৰলৈ যাব নিদিছিল।

ইপ্তিখাৰে কৈছিল, "ৰায়হানা আৰু মোৰ বিয়া এনেকৈ তল পৰাত মই ভালেই পালো। বাবাকে বহু বুজাইছিল যদিও ৰায়হানাৰ মাকে মোলৈ ছোৱালী দিবলৈ অকণো মান্তি নহ'ল। পিচে মোলৈ কিয় নিদিলে বুলি সোধাত কি কৈছিল জান, মই হেনো 'ফাষ্ট' জেনেৰেচনৰ এক্সিকিউটিভ্'। 'এক্সিকিউটিভ্' হোৱা হেনো মোৰ 'ব্লাড'ত নাই।

মই 'ফাষ্ট' জেনেৰেচন'ৰ 'এক্সিকিউটিভ্' কথাষাৰ বুজা নাছিলো। সুধিলত সি কৈছিল, "তাৰ দেউতাক আছিল অফিচৰ কেৰাণী। তাৰ বংশত ইয়াৰ আগতে তাৰ নিচিনা গাড়ী, ঘৰ, শকত দৰ্ম্মহাৰ চাকৰি কৰা কোনো নাছিল। তাৰ দেউতাক এনেকুৱা 'এক্সিকিউটিভ্' অফিচাৰ হোৱা হ'লে সি 'চেকেণ্ড জেনেৰেচনৰ এক্সিকিউটিভ্' হ'লহেঁতেন, তেতিয়া তাৰ তেজত 'এক্সিকিউটিভ্' অফিচাৰৰ ৰক্ত-কণিকা থাকিলহেঁতেন।"

'বাৰ'ৰ এটা চুকত বহি ইপ্তিখাৰে হুইস্কীৰ গিলাচটো লৈ কৈছিল, "কিবা এটা খা, দুই-এক 'পেগ্' খালে একো নহয়।" তাৰ অনুৰোধ প্ৰত্যাখান কৰিব নোৱাৰি মই তাক বীয়েৰ এটা দিবলৈ কৈছিলো। ঠিক তেনে সময়তে মিচেচ্ শোভামূৰ্ত্তি সোমাই আহি ইপ্তিখাৰলৈ চাই চিঞৰি দিছিল, "হেল্লো ইয়ং বয়।" তাৰ পিচত মোৰ অচিনাকি মুখ-খনলৈ চোৱা দেখি মিচেচ্ মূৰ্ত্তিৰ লগত মোক চিনাকি কৰি দিছিল 'লিখক' আৰু 'সাংবাদিক' বুলি। 'লিখক' আৰু 'সাংবাদিক' বুলি কোৱাৰ লগে লগে তেওঁ চিঞৰি উঠিছিল, "অ'হ, চ' হেপী টু মীট্ ইউ।" তাৰ পিচত তেওঁ সেইদিনা প্ৰায় দুঘণ্টা মোৰ লগত



কটাইছিল। ইপ্তিখাৰে অৰ্ডাৰ দিয়া বীয়েৰটো শেষ কৰাৰ পিচত, 'ইউ আৰ মাই গেষ্ট' বুলি দুপেগ্ 'স্কট্চ্ হুইস্কী' খাব লগা হৈছিল। সেই দুঘণ্টাৰ ভিতৰতে আমাৰ মাজত ইমান আন্তৰিকতা গঢ় লৈছিল যে তেওঁ পিচদিনা দুপৰীয়া মোক 'লান্স্' খাবলৈ তেওঁৰ বাংলোলৈ নিমন্ত্ৰণ কৰিছিল। ক্লাৱৰ পৰা ওলাই অহাৰ পিচত ইপ্তিখাৰে কৈছিল, "স্কট্চ্' খোৱাৰ বিলাসীতা কৰিব নোৱাৰো, হওক তেওঁ তুলসীৰ লগতে কলপটুৱাৰ মুক্তি হ'ল। পিচে সাৱধান, এই তোক এনেয়ে 'স্কট্চ্' খুউৱা নাই, কিবা নিশ্চয় স্বাৰ্থ আছে।"

সেইদিনা ভাতৰ টেবুলত ইপ্তিখাৰে মিচেচ্ মূৰ্ত্তিৰ বিষয়ে বহু কথা কৈছিল।

মিচেচ্ মূৰ্ত্তিয়ে নিজৰ পৰিচয় 'চচিয়েল ওৱৰ্কা'ৰ বুলি দিয়ে; পিচে সমাজ সেৱানো কি কৰে কোনেও নাজানে। বছেৰেকত এবাৰনে দুবাৰ বস্তি অঞ্চলৰ কিছুমান ল'ৰা-ছোৱালীক 'ৰেডক্ৰচ' নে ক'ৰবাৰ পৰা গাখীৰ আনি খুৱাইহি। সেই কেইদিন কোম্পানীৰ ফটোগ্ৰাফাৰ মিঃ দুৰবাই সকলো সময়তে তেওঁৰ পিচে পিচে ফুৰিব লাগে। '৬২ চনৰ চীনাৰ আক্ৰমণৰ সময়ত মহিলাসকলৰ এখন সভা পাতি দেশৰ কাৰণে আ-অলঙ্কাৰ ধন-সোণ আদি দান কৰিব লাগে বুলি সকলোকে আহ্বান কৰিছিল। বস্তি, লাইন আৰু দাঁতিকাষৰ গাওঁবোৰত ঘূৰি ফুৰিছিল। আনকি মহিলাসকলৰ প্ৰথম সভাখনতে নিজৰ ডিঙিৰ পৰা 'নেকলেচ্' এডাল খুলি সভাৰ সভানেত্ৰী জেনেৰেল মেনেজাৰৰ পত্নীৰ হাতত অৰ্পণ কৰি সহস্ৰ হাত চাপৰি লৈছিল। লগে লগে উপস্থিত বহু মহিলাই গাৰ অলঙ্কাৰ, টকা-পইছা যি যেনেকৈ পাৰে তেওঁৰ হাতত তুলি দিছিল। পিচদিনাৰ পৰা তেওঁৰ নেতৃত্বত ঘৰে ঘৰে দেশ ৰক্ষাৰ দান-বৰঙনি তুলি ফুৰিবলৈ এদল মহিলা ওলাই আহিল। মিচেচ্ মূৰ্ত্তি টেঙৰ মানুহ। সেইবাবে 'এক্সিকিউটিভ্ অফিচাৰ'বোৰৰ বাংলোলৈ পিচত যাম বুলি, কোম্পানীৰ সৰু চাকৰিয়াল আৰু ওচৰৰ বস্তি আৰু গাওঁ অঞ্চলত ঘূৰি ফুৰোতেই চীনা

সৈন্যই আহি তেজপুৰ পালেহি। তেজপুৰত 'ইভাকুৱেচন' হোৱাৰ লগে লগেই এখন গোপন সভাত সিদ্ধান্ত লোৱা হ'ল বিশেষ প্লেন যোগে কোম্পানীৰ 'এক্সিকিউটিভ্ অফিচা'ৰবোৰৰ পৰিয়ালসমূহ নিৰাপদ স্থানলৈ পঠোৱা হ'ব। লগে লগে মিচেচ্ মূৰ্ত্তিয়ে কাকো একো খবৰ নিদিয়াকৈ ৰাতিয়েই প্ৰথম প্লেনত উঠি অসম এৰি গুচি গ'ল।

ইতিমধ্যে চীনা সৈন্যই 'চীজ ফায়াৰ' ঘোষণা কৰি উভতি গ'ল। কিন্তু মিচেচ্ মূৰ্ত্তিৰ কোনো খবৰ নাই। প্ৰায় দুমাহৰ পিচত মিচেচ্ মূৰ্ত্তি আহি ওলালহি। অন্য কোনো কথা বা খবৰ কোৱাৰ আগতে তেওঁ নিজে নিজেই কৈ ফুৰিবলৈ ধৰিলে, কেনেকৈ তেওঁ নিজৰ জীৱন বিপন্ন কৰি, নিজৰ স্বামীৰ কথাও নাভাবি তেওঁলোকে তোলা ধন-সোণবোৰ নি দিল্লীত প্ৰধান মন্ত্ৰীৰ হাতত নিজে দি থৈ আহিলগৈ। কাৰণ, স্বামী বা নিজৰ জীৱনৰ কথা চিন্তা কৰাতকৈ দেশৰ স্বাৰ্থৰ কাৰণে তোলা ধন-সোণবোৰ নিৰাপদে ৰখাটোৱেই প্ৰথম কৰ্ত্তব্য বুলি বিবেচনা কৰিলে।

এইখিনিলৈকে সকলো ঠিকেই আছিল। পিচে মিচেচ্ মূৰ্ত্তিৰ অতি বুদ্ধিয়েই কাল হ'ল। ডিগবৈলৈ উভতি আহোতে তেওঁ মিচেচ্ ফুকন, মিচেচ্ দুৱৰা, মিচেচ্ বৰুৱা ইত্যাদি কেবা গৰাকীলৈও একো-খন শাৰী আনিলে। সস্তাতে ইমান ভাল শাৰী ডিগবৈত নাপাই বুলি জানিয়েই তেওঁ উভতি অহাৰ পথত কলিকতাত সোমাওতে পাই লৈ আহিল। মিচেচ্ মূৰ্ত্তিয়ে পইছা লব খোজা নাছিল। পিচে ইমান দামী একোখন শাৰী এনেয়ে লবলৈ কোনেও ভাল নোপোৱাত মাত্ৰ চল্লিশ টকাকৈ প্ৰত্যেকখন শাৰীত ললে। পিচে শাৰী কেইখন একোবাৰ ধুবলৈ নৌ-পাওতেই কিবা কামত মিঃ ফুকন যাবলগা হ'ল কলিকতা-লৈ। ঘূৰি আহোতে মিচেচ্ ফুকনৰ কাৰণে কেইবাখনো শাৰী আনিলে। তাৰে এখন শাৰী মিচেচ্ মূৰ্ত্তিয়ে দিয়াখনৰ সৈতে একেবাৰে একে। পিচে কথাৰ কোবতে মিঃ ফুকনে কৈ পেলালে, "তোমাৰ ঘৰত পিন্ধিবলৈ লাগে বুলি কোৱাৰ বাবেহে আনিলো, বিশ টকাতে পায় এইখন শাৰী।" মিঃ ফুকনৰ কথা শুনি মিচেচৰ চকু ঠিৰ হৈ গ'ল। লগে লগে মিচেচ্ বৰুৱা, মিচেচ্ দুৱৰা আদিলৈ 'ফ'ন' কৰি মাতি আনি শাৰী-ৰহস্য বৰ্ণনা কৰিলে। শাৰীৰ পৰা গৈ চীনাৰ আক্ৰমণত প্ৰতিৰোধ কৰিবলৈ তোলা ধন-সোণলৈ গ'ল। লগে লগে ঠিক কৰিলে এই কথাই কথা নহয়; মিচেচ্ মূৰ্ত্তিৰ পৰা পইছাৰ হিচাপ আদায় কৰিব আৰু দৰ্কাৰ হলে তেওঁলোকে 'হায়াৰ অথৰিটি'লৈ লিখা লিখি কৰিব।

দুদিনমান এই কথা লৈ এক্সিকিউটিভ্ অফিচাৰৰ বাংলোবোৰত দুপৰীয়া দুপৰীয়া বহু মিটিং বহিল; পিচে কথা হ'ল মেকুৰীৰ ডিঙিত টিলিঙা আঁৰিব কোনে? কাৰণ, মিঃ ফুকনে মিচেচ্ ফুকনক, মিচেচ্ বৰুৱাক মিঃ বৰুৱাই, মিঃ দুৱৰাই মিচেচ্ দুৱৰাক কৈ থৈছে, "তুমি নিজে আগবাঢ়ি নাযাবা, বাকীবোৰে কি কৰে চোৱা, কাৰণ মিচেচ্ মূৰ্ত্তি বৰ 'ইনফ্লুয়েঞ্চিয়েল্ লেডি'। যদি প্ৰমাণ হয় তেওঁ সঁচাকৈয়ে প্ৰধান মন্ত্ৰীক নিজ হাতে দি আহিছে তেতিয়া কি হ'ব?"

এই 'কি হব'টোৰ সমাধান কৰিব নোৱাৰি তেওঁলোকে প্ৰায় পোন্ধৰদিন কটালে। অৱশেষত মিঃ ফুকন, মিঃ দুৱৰা, মিঃ বৰুৱা ইত্যাদি আটাই কেইগৰাকী মহিলাৰ স্বামীসকল লগ লাগি এটা নতুন ফৰ্ম্মূলা আৱিষ্কাৰ কৰিলে।

তেওঁলোকে আটাই কেউগৰাকী মহিলাকে সুধিলে, 'চীনাৰ আক্ৰমণৰ সময়ত তোলা ধন-সোণবোৰৰ ভিতৰত 'এক্সিকিউটিভ্ অফিচাৰ'ৰ পৰিবাৰসকলৰ পৰা কোনো দান মিচেচ্ মূৰ্ত্তিক দিয়া হৈছিল নেকি? যেতিয়া আটাই কেউগৰাকীয়ে তেওঁলোকে কোনেও একো নাই দিয়া, কেৱল দাঁতি কাষৰ গাওঁ, বস্তি অঞ্চল আৰু কোম্পানী নিম্ন-খাপৰ কৰ্ম্মচাৰীৰ পৰিবাৰসকলৰ পৰাহে ধন-সোণ-বোৰ মিচেচ্ মূৰ্ত্তিৰ হাতত দিছিল বুলি ক'লে; তেতিয়া সকলোৰে হৈ মিঃ দুৱৰাই এই নতুন ফৰ্ম্মূলাটো ডাঙি ধৰিলে।

মিঃ দুৱৰাই ক'লে, "গোটেই ঘটনাটোৰ লগত গোটেই

'এক্সিকিউটিভ্ অফিচাৰ'বোৰৰ আত্মসন্মান জড়িত হৈ আছে। পইছা তুলিবলৈ যাওঁতে মিচেচ্ মূৰ্ত্তিৰ লগত মিচেচ্ ভুৰবা, মিচেচ্ বৰুৱা, মিচেচ্ ফুকন আদি কেইবা গৰাকীও লগত গৈছিল। এতিয়া যদি কেনেবাকৈ ওলাই পৰে, এনেকে তোলা পইছা-পাতিবোৰ সঁচাকৈয়ে চৰকাৰৰ হাতলৈ যোৱা নাই, তেনেক্ষেত্ৰত মিচেচ্ মূৰ্ত্তিৰেই সন্মান লাঘৱ নহ'ব, সকলোবোৰ এক্সিকিউটিভ্ পৰিয়ালৰ সন্মান নাথাকিব। তাবোপৰি কেনেবাকৈ কথাটো যদি 'ইউনিয়ন'ৰ কাণলৈ যায়, তেতিয়াতো সাংঘাতিক অৱস্থা এটাৰ সৃষ্টি হ'ব। তেনেক্ষেত্ৰত 'মেনেজ্‌মেণ্ট' কি কৰে একো ঠিক নাই। গতিকে যি হ'ল হ'ল, এইবোৰ কথা ইমানতে 'হাচ আপ্' কৰি ৰখাটোৱেই বেচি বুদ্ধিমানৰ কাম হব। যিহেতু ব্যক্তিগতভাৱে কাৰো একো লোকচান হোৱা নাই এনে ক্ষেত্ৰত এইবোৰ কথালৈ নিজৰ মাজত গণ্ডগোল নকৰাই ভাল।"

বিশ টকা দামৰ শাৰী চল্লিশ টকা দামত কিনাৰ বাবে হোৱা মনৰ ক্ষোভখিনি মনতে মাৰ নিয়াই সকলোৱেই বাহিৰত মনে মনে থাকিল যদিও কথাটো লাহে লাহে ইকাণ-সিকাণকৈ সকলোৰে মাজত বিয়পি পৰিল; অন্ততঃ ডিগবৈ ক্লাৱৰ সকলোবোৰ সভ্যই গম পালে। মিচেচ্ শোভামূৰ্ত্তিয়েও কথাতো নুশুনা নহয়; পিচে তেওঁ এনেদৰে থাকিল যেন একো গমেই পোৱা নাই।

মিচেচ্ মূৰ্ত্তি পিচদিনা দিনৰ এঘাৰ বজাত গৈ ইপ্তিখাৰৰ বাংলো ওলালগৈ। মই পুৱাই বিয়া ঘৰলৈ গৈ লৰালৰিকৈ ফাকি-ফুকা দি পলাই আহিছিলো। মিচেচ্ মূৰ্ত্তিয়ে ক'লে, "তোমাক 'ৰিমাইণ্ড' কৰি দিবৰ কাৰণে দুই-তিনিবাৰ 'ফ'ন' কৰি নাপাই তোমাক বিচাৰি ওলাই আহিলো, এতিয়া ওলোৱা, লান্সৰ আগতে বহি বহি আমি কথা পাতিম।"

মই কিছু সময় বহিবলৈ অনুৰোধ কৰি লৰালৰিকৈ গাটো ধুই



ওলাই আহিলো। ইপ্তিখাৰ নথকাৰ কাৰণে মেয়ে একাপ কফি খাবৰ বাবে অনুৰোধ কৰিলো। পিচে তেওঁ প্ৰত্যাখ্যান কৰি সোনকালে যাবলৈ উঠিল। ময়ো তেওঁৰ লগে লগে গৈ গাড়ীত উঠিলো। ইপ্তিখাৰৰ বাংলোটোৰ পৰা মিচেচ্ মূৰ্ত্তিৰ বাংলোটো বেচি দূৰত নহয়। প্ৰায় তিনি মিনিট মানতে আমি গৈ পালোগৈ।

'লান্স্'লৈ যথেষ্ট সময় থকাৰ কাৰণে মিচেচ্ মূৰ্ত্তিয়ে একাপ কফি খাবলৈ অনুৰোধ কৰিলে। ময়ো প্ৰস্তাবটো বেয়া নাপালো। কাৰণ, গা ধোৱাৰ পিচতে ভাত খোৱাৰ অভ্যাস, এতেকে পেটত কিবা এটা নপৰিলে পেটৰ 'কেচু-কুমতি' সকলো সাৰ পাই উঠে।

কফিৰ কাপত মুখ দি হঠাতে মিচেচ্ মূৰ্ত্তিয়ে প্ৰশ্ন কৰিলে, "তোমালোকে মাত্ৰ গুৱাহাটী, শ্বিলং, দিল্লী লৈয়ে যে ব্যস্ত হৈ থাকা, ডিগবৈৰ নিচিনা Industrial town, one of the most beautiful towns of Assam; এইবোৰৰ বিষয়ে লিখিবলৈ তোমালোকে একো নোপোৱা কিয়?"

"কোনে কৈছে, একো লিখা নহয়", মই ক'লো, "আসাম অইল কোম্পানী নেচ্‌নেলাইজ্ কৰিব লাগে বুলি যি এটা আন্দোলন উমি উমি জ্বলি আছে সেই খবৰ আমাৰ কাগজত যথাযথভাৱে লিখা হৈছে, আনকি এই বিষয়ে এটা সুন্দৰ সম্পাদকীয়ও লিখা হৈছিল।"

"Oh, Politics, Politics—আমাৰ পেপাৰবোৰত পঢ়িবলৈ যে একো নাথাকে মাত্ৰ এই কাৰণেই, শতকৰা আশীভাগ বাতৰি মাত্ৰ ৰাজনীতি লৈ ব্যস্ত; এখন developing country-ত লিখিব লগা কত কথা আছে, সেইবোৰৰ news value বিচাৰি উলিয়াব নজনাৰ কাৰণেই বিদেশীয়ে আমাক ইমান backward বুলি ভাবিব পাৰে। আমাৰ যে এটা modern life, modern outlook-ৰ সৃষ্টি হৈছে, সেইবোৰ কথা তোমালোকে তোমালোকৰ কাকতত reflect কৰিব নোৱাৰা কিয়?"

"যিখন দেশত শতকৰা আশীভাগ মানুহে মাত্ৰ ভাত-কাপোৰৰ চিন্তা কৰিয়েই থাকিব লাগে, সেইখন দেশত modern life, modern out look-ৰ বিষয়ে লিখিব লগা কিবা আছে বুলি মই ভাবিব নোৱাৰো।"

"অ'হ, তোমালোক সদায় 'বায়াচ'," মিচেচ্ মূৰ্ত্তিয়ে ক'লে, "ধৰা বছেৰেকত আমি যে এখন flower show, Dog show পাতো, সেই কথাটো তোমালোকে 'আভিজাত্য-বিলাস' বুলি ব্যঙ্গ কৰা, অথচ এই কথাটোৱে ফুল ভাল পাবলৈ, পোহনীয়া জন্তুক মৰম কৰিবলৈ মানুহক শিকাইছে, সেই কথা স্বীকাৰ নকৰা কিয়? ভাৰত-বৰ্ষত এটা গৰুক হত্যা কৰা লৈ হাজাৰ হাজাৰ মানুহে জীৱন দিব পাৰে, কিন্তু সেই গৰুক ভালকৈ ৰাখিবলৈ কোনোবা মানুহে চেষ্টা কৰেনে? যিটো সময়ত গো-হত্যা লৈ মৰা-মৰি, কটা-কটি হয়, 'প্ৰচেছন্' হয়, সেই সময়ত সেই খবৰ তোমালোকে 'হেড লাইন' দি প্ৰকাশ কৰা; কাৰণ, you find there the smell of politics.—কিন্তু যেতিয়া Dog show কৰি মানুহক পোহনীয়া জন্তু ভাল পাবলৈ শিকাও তেতিয়া তোমালোকে ইয়াক 'আভিজাত্যৰ বিলাস' বুলি উপলুঙা কৰা। You should change your outlook, you should teach the people how to live with life. পৃথিৱীত কিছুমান মানুহে খাবলৈ নাপাই মৰি গৈছে কাৰণে তুমিতো নোখোৱাকৈ থকা নাই, তুমি যদি মাংস কিনি খাব পাৰা, সেই মাংসখিনি গৰম পানীত সিজাই খোৱাতকৈ ভাল-দৰে ৰান্ধি খোৱাত আপত্তি থকাৰ যুক্তি নাই।"

সেই দিনা আৰু বহু কথা হৈছিল, বহু তৰ্কা-তৰ্কি হৈছিল খোৱা টেবুলত। মিঃ মূৰ্ত্তি ইতিমধ্যে আহি আমাৰ লগত 'লান্স্'ত যোগ দিলেহি। আহিবৰ সময়ত মিচেচ্ মূৰ্ত্তিয়ে কৈছিল, "কাইলৈ নিশা স্পৰ্টচ্ ক্লাবলৈ আহিবা, আমি মহিলাসকলে এটা 'ডিনাৰ' আয়োজন কৰিছো,—'এ নভেল্ আইডিয়া', 'ডিনাৰ'টোৰ নাম দিয়া হৈছে



'হাজ্বেণ্ড ডিনাৰ্'। আমি 'ওৱাইভ্চ্'বোৰে হাজবেণ্ডসকলক খুৱাম।...তেওঁৰ কথা শেষ নহওঁতেই মিঃ মূৰ্ত্তিয়ে হাঁহি হাঁহি ক'লে, "অৱশ্যে 'ডিনাৰ্'ৰ খৰচটো মোৰ 'চেলাৰী'ৰ পৰাই অহা মাহত কাটিব।" মই ক'লো, "ধন্যবাদ, কাইলৈ আহিব কোনো ৰকমেই নোৱাৰিম। কাইলৈ বিয়া আছে, তাৰোপৰি মোৰ দৰে এটা 'কন্ফাৰ্মড বেচেলৰে' 'হাজবেণ্ড ডিনাৰ্' খাবলৈ অন্ততঃ 'মৰেল কাৰেজ্' নাই। ভবিষ্যতে যদি কেতিয়াবা সপৰিবাৰে আহো তেতিয়া বাৰু দেখা যাব...।" হাঁহি হাঁহি আহি মই মিঃ মূৰ্ত্তিৰ গাড়ীত উঠিলোহি। মিঃ মূৰ্ত্তিয়ে মোক ইণ্ডিখাৰৰ বাংলোত নমাই কামলৈ ধাপলি মাৰিলে।

মিচেচ্ মূৰ্ত্তিৰ লগত সেয়াই মোৰ শেষ দেখা। অৱশ্যে মই মিচেচ্ মূৰ্ত্তিৰ প্ৰতি অকৃতজ্ঞ হোৱা নাছিলো। আমাৰ কাগজত সৰুকৈ হলেও এটা 'ফিচাৰ্ আৰ্টিক্ল্' ডিগবৈক ভিত্তি কৰি লিখিছিলো আৰু বহু কষ্ট কৰি দুই-তিনি ঠাইত মিচেচ্ মূৰ্ত্তিৰ নাম উল্লেখ কৰিছিলো।

পিচে সেই গৰাকী মহিলাক, অন্ততঃ বিজনৰ ঘৰত আজি এনেদৰে লগ পাম বুলি ভাবিব পৰা নাছিলো।

বিজন ৰুমটোলৈ সোমাই আহিয়েই মোলৈ চাই প্ৰশ্ন কৰিলে, "তহঁতৰ মাজত চিনা-পৰিচয় হ'লনে নাই?" তাৰ পিচত মিচেচ্ মূৰ্ত্তিলৈ চাই কলে, "এয়া হ'ল মোৰ বন্ধু।"

"হব হব," মিচেচ্ মূৰ্ত্তিয়ে কলে, চিনাকিৰ প্ৰয়োজন নাই, তোমাতকৈ এওঁ মোৰ বেচি পুৰণি বন্ধু।"

"সঁচা?" এক অবিশ্বাসৰ চকুৰে বিজনে আমালৈ চাই চিঞৰি উঠিল। অৱশ্যে তাৰ পিচতে মোলৈ চাই ক'লে, "তই চাহ-তাহ খালিনে নাই? নে মোলৈকে বৈ আছ?"

মই একো উত্তৰ দিবলৈ নহ'ল। ঠিক তেনে সময়তে ৰান্ধনী

ল'বাটো সোমাই আহি খবৰ দিলে, 'ব্ৰেক্‌ফাষ্ট্ ৰেডি' আমি খাবলৈ যাব লাগে।

আমি তিনিও ডাইনিং-ৰুমলৈ সোমাই গ'লো।

## ॥ চাবি ॥

মিচেচ্ মূৰ্ত্তিয়ে বেচ দেৰি কৰি দিলে।

বিজনে ক'লে, "ব' আমি একেলগে ওলাই যাম।" বিজনক এৰি থৈ মই যোৱাৰ কোনো অৰ্থ নাই। কাৰণ, মই অকলে অপুদাদাৰ ঘৰ যে উলিয়াব নোৱাৰিম, সেয়া ঠিক। অৱশ্যে ৰাস্তা-ঘাট পাহৰা নাই, বিজনে বুজাই দিলে নিশ্চয় মই উলিয়াব পাৰিলোগৈহেঁতেন, পিচে সময়ৰ ফালৰ পৰা মোৰ বিশেষ লাভবান নহ'ব।

মাইকী মানুহ 'বাথ-ৰুম'ত এবাৰ সোমালে ওলাবলৈ পাহৰে। মিচেচ্ মূৰ্ত্তিও ব্যতিক্ৰম নহয়। গা-পা ধুই সাজি-কাচি ওলাই আহোতে প্ৰায় চাৰে দহ বজাই দিলে। ওলাই আহি মিচেচ্ মূৰ্ত্তিয়ে বিজনক কলে, "তোমাৰ গাড়ী থাওক, মোৰ গাড়ীত উঠা। মইতো আকৌ 'লান্স'ৰ কাৰণে তোমাৰ ইয়ালৈ আহিমেই।"

আমি তিনিও গৈ গাড়ীত উঠিলো। এইবাৰ বিজনে মিচেচ্ মূৰ্ত্তিৰ পৰা চাবিটো লৈ গাড়ীত 'ষ্টাৰ্ট্' দিলে।

কেইবাটাও ৰাস্তা ঘূৰি-পকি গৈ আমি এটা সৰু ঘৰৰ সন্মুখত ৰলোহি। বিজনে ক'লে, "এইটোৱেই তোৰ অপুদাদাৰ ঘৰ, তোক মই কেতিয়া নিমহি?" মই ক'লো, "তই আহিব নালাগে; কাৰণ, মই কেতিয়া যাম একো ঠিক নাই। তহঁতে মোৰ কাৰণে খাবলৈ ৰৈ থাকিব নালাগে। নিৰ্ম্মালী-বৌৱে জোৰ কৰিলে মই ইয়াতে ভাত খাম, নহলে হয়তো বেয়া পাব।"



মই কাগজ এখনেৰে মেৰিয়াই অনা বিস্কুটৰ পেকেট দুটা লৈ গাড়ীৰ পৰা নামিলো। বিজন আৰু মিচেচ্ মূৰ্ত্তি গ'লগৈ।

ঘৰটোত সোমাই মন কৰিলো, একেবাৰে নিজান হৈ আছে, কোনোবা মানুহ থকাৰ উমান পোৱা নাযায়। নিশ্চয় ল'ৰা-ছোৱালীবোৰ স্কুললৈ গ'ল।

মই লাহে লাহে কোনো শব্দ নকৰাকৈ সোমাই গ'লো। ইটোৰ পিচত সিটো কোঠা পাৰ হৈ যাওঁতে যেতিয়া কোনো মানুহ থকাৰ উমান নাপালো, মোৰ বৰ আচৰিত লাগিল। তাৰ পিচত এটা কোঠাৰ সন্মুখ পাই মই ৰৈ গ'লো। দেখিলো নিৰ্ম্মালী-বৌ একান্ত মনে এখন 'লাইফ চাইজ্ ড্ৰেচিং টেবুল'ৰ ওচৰত নিজকে সজোৱাত ব্যস্ত। একেবাৰে আপোন পাহৰা হৈ নিৰ্ম্মালী-বৌ ঠিক প্ৰথম যৌৱনত ভৰি দিয়া গাভৰুৰ দৰে দেহৰ প্ৰতিটো খুটি-নাটি লৈ যেনেদৰে ব্যস্ত হৈ আছে, মোৰ নিজৰে আচৰিত লাগিল। মোৰ নিজৰে বয়স চল্লিশৰ ওচৰ হ'ল, নিৰ্ম্মালী-বৌ মোৰ সমবয়সীয়া। এগৰাকী চল্লিশ বছৰীয়া মহিলা যে কুৰি বছৰীয়া গাভৰুৰ দৰে নিজৰ সৌন্দৰ্য্য লৈ আপোন পাহৰা হৈ থাকিব পাৰে, তেনে কল্পনাও মোৰ নাছিল।

কিমান সময় মই ৰৈ আছিলো নাজানো, অৱশেষত অতিষ্ঠ হৈয়ে মই মাতি দিলোঁ, "নিৰ্ম্মালী-বৌ।"

হঠাৎ সাপ দেখিলে উচাপ খাই উঠাৰ দৰে উচাপ খাই ঘূৰি চাই যেতিয়া মোক থিয় হৈ থকা দেখিলে, নিৰ্ম্মালী-বৌ আৰু আচৰিত হ'ল। ঠিক চিনি নোপোৱা মানুহৰ দৰে কিছু সময় মোৰ মুখলৈ চাই থকা দেখি মই সুধিলো, "কি হ'ল, চিনি পোৱা নাই?"

"চিনি নাপাম কিয়? পাইছো, মানে তুমি, তুমি ক'ৰ পৰা আহিলা?"

"কি হ'ল," মই অলপ হাঁহি ক'লো, "মই আহিব নাপাই নেকি? নে মই অহাতো তোমাৰ এতিয়াও বিশ্বাস হোৱা নাই?"

"আহিব নোপোৱাৰ কথা নহয়," নিৰ্ম্মালী-বৌএ অলপ হাঁহি

ক'লে, "আচলতে তুমি যে আহিছা মোৰ সেই কথাষাৰ এতিয়াও বিশ্বাস হোৱা নাই।"

নিৰ্ম্মালী-বৌৰ কথা শুনি মোৰ হাঁহি উঠিল, "মই সশৰীৰে তোমাৰ আগত বিদ্যমান হোৱা সত্বেও বিশ্বাস কৰা নাই? তুমি বাৰু ইমান সাজি-কাচি ক'ত যাবলৈ ওলাইছিলা, এই দুপৰীয়াখননো ক'ত বিয়া খাবলৈ যোৱা?"

"বহাচোন, বহা," বৌৱে ক'লে, "মোৰ ক'থা পিচতো কম। তাৰ আগতে তোমাৰ কথা কোৱা।"

"কম বাৰু, আগতে কোৱা, ক'ত যাবলৈ ওলাইছিলা? বিশেষ কামত যদি ওলাইছিলা, তেনেহলে যোৱা, মই বহিম নহলে তোমাৰ লগতে ওলাই যাম।"

"থোৱা থোৱা, তোমাৰ 'ফৰ্ম্মেলিটি'ৰ প্ৰভাৱ এতিয়াও আঁতৰাব পৰা নাই নেকি? ৰ'বা, মই এতিয়াই আহিছো।"

মোক কোনো কথা ক'বলৈ সুবিধা নিদি নিৰ্ম্মালী-বৌ ওলাই গ'ল কোঠাটোৰ পৰা। অলপ পিচত দেখিলো এখন কাগজত কিবা লিখি লৈ ওলাই আহি পাকঘৰৰ ফালে চাই মাতিলে, "কাঞ্চা, অ' কাঞ্চা," নিৰ্ম্মালী-বৌৰ মাত শুনি সৰু নেপালী ল'ৰা এটা আহিল। তাক দেখি বৌএ সুধিলে, "তই ভাত খহালি নেকি?" সি ভাত নাই খহোৱা বুলি ক'লত বৌৱে ক'লে, "ঠিক আছে, ভাত মই খহাম, তই পানীৰ কেট্‌লটো 'ষ্টভ'ৰ ওপৰত তুলি থৈ এই চিঠিখন নি ইয়ালৈ কালি যে আহিছিল চলিহানী আইদেউ, সেই আইদেউক দি আহিবি বেগতে। নহলে মই যাম বুলি তেখেত বৈ থাকিব।"

নিৰ্ম্মালী-বৌএ একে উশাহে গোটেইখিনি কথা কৈ শেষ কৰিলে। মই তেওঁৰ কথাখিনি শেষ নৌ হওতেই আকৌ সুধিলো—"তোমাৰ কিবা বিশেষ 'প্ৰগ্ৰেম্' আছিল নেকি?"

"নাই নাই, বিশেষ একো নাই। কাইলৈ ইয়াত এটা গান্ধী মূৰ্ত্তি উন্মোচন কৰিব, তাৰ লগতে বিৰাট সভা হব, বহু ঠাইৰ পৰা মানুহ



আহিছে। আজিও কিবাকিবি আছে, মই কেম্পলৈ, মানে গৱৰ্ণমেণ্ট হাইস্কুলত বহুত মানুহ আহি আছেহি নহয়, সেইবাবে মই তালৈ যাবলৈ ওলাইছিলো। মই নগলেও একো নহয়, বাকী মানুহবোৰ আছে নহয়।...তোমাৰ 'চুটকেছ' আদি একো অনা নাই নেকি? নে আহি অন্য ঠাইত উঠিছা?"

এইবাৰ মই সঁচাকৈয়ে বিপদত পৰিলো। হাতত থকা বিস্কুটৰ পেকেট দুটা আগবঢ়াই দি ক'লো, "মোৰ সেইবোৰ একো নাই, এয়াই সম্পত্তি।"

মোৰ হাতৰ পৰা পেকেট দুটা লৈ নিৰ্ম্মালী-বৌৱে ক'লে, "কি, মই বিস্কুট খাবলৈ নাই পোৱা বুলি আনিছানে নাই তোমাক চাহৰ লগত বিস্কুট দিব নোৱাৰিম বুলি আনিছা?"

নিৰ্ম্মালী-বৌৰ কথা শুনি মই সঁচাকৈয়ে এইবাৰ নাৰ্ভাচ হ'লো।

: নহয়, মানে তোমালৈ নিশ্চয় অনা নাই?

: তেন্তে কালৈ? দাদাৰলৈ নে কাঞ্চালৈ?

মই কি কম একো ভাবি নাপালো। হঠাৎ দেখিলো নিৰ্ম্মালী-বৌও খুউব গহীন হৈ গৈছে। মই বুজিলো নিশ্চয় ইয়াৰ মাজত কোনো গণ্ডগোল আছে। সেইবাবে পৰিস্থিতিটো পাতল কৰি দিবৰ কাৰণে কলো, "তোমাৰ যদি কাম আছে কেম্পত, ভালেই হ'ল, ময়ো এবাৰ যাব লাগিছিল।"

"তুমি কিয়? তোমাৰ লগৰ কোনোবা আহিছে নেকি?"

"নহয়, মইহে আহিছো। তোমালোকৰ এই গান্ধী মূৰ্ত্তি উন্মোচনলৈ ময়ো আহিছো। এতেকে..."

"কি, তুমি কেম্পত আছা? ক'তা মই দেখোন এবাৰ পুৰাই গৈছিলো 'ডেলিগেট'বোৰক চাহ দিবলৈ, তোমাকতো দেখা নাপালো..."

"নাই, নহয় মই তাত থকা নাই।" ইয়াৰ পিচত মই কালি আহি

পোৱাৰ পৰা বিজনে আজি থৈ যোৱালৈকে সকলো আদ্যোপান্ত বিবৰি ক'লো।

মোৰ মুখৰ পৰা সকলোবোৰ কথা শুনি নিৰ্ম্মালী-বৌএ ক'লে, "অ', তাৰ মানে তুমি আমাৰ ইয়ালৈ অহা নাই? তোমাৰ কাগজৰ কামত আহিছা।"

মই প্ৰতিবাদ কৰি কলো, "কোনে ক'লে মই তোমালোকৰ ইয়ালৈ অহা নাই? কাগজৰ কামটোৱেই একমাত্ৰ উদ্দেশ্য হোৱা হলে আজি সন্ধিয়া পোৱাহি হলেও হ'লহেঁতেন। জানাইতো বাতৰি কাকতৰ চাকৰি, আহো বুলি ভাবিলেও আহিব নোৱাৰি।"

"বুজিছো, বুজিছো," অলপ অভিমান মিশ্ৰিত খঙেৰে বৌএ ক'লে, "ঠিক আছে, অকণমান বহা, মই চাহ কৰো। ল'ৰাটো আহি পালে আমি ওলাই যাম, আহি ভাত খামহি। নে তোমাৰ বন্ধুৰ ঘৰতে খোৱাৰ 'প্ৰগ্ৰেম'?"

"নাই নাই," মই ক'লো, "তোমাৰ ইয়াত খাম বুলি মই কৈ আহিছো।"

নিৰ্ম্মালী-বৌ ভিতৰলৈ সোমাই গ'ল। মই টেবুলৰ পৰা কাগজ-খন লৈ চালো, কালিৰ কাগজ। কালিয়েই বাটত পঢ়ি শেষ কৰি থৈছো। সেইবাবে ইফাল সিফাল কৰি দুই-তিনিবাৰ লুটিয়াই-বগৰাই মই আকৌ থৈ দিলো।

কিছুসময় এনেদৰে বহি থকাৰ পিচত নিৰ্ম্মালী-বৌৱে চিঞৰি-মাতিলে, "তুমি ইয়ালৈকে আহা, চাহ খাই খাই কথা পাতিম।"

মই যেন ইয়াৰ বাবেই অপেক্ষা কৰি আছিলো। মতাৰ লগে লগে গৈ ভিতৰ পালোগৈ। দেখিলো বৌৱে চাহৰ লগত খাবলৈ বিভিন্ন বস্তুৰে প্লেট ওপচাই পেলাইছে।

"মই হলে ইমান খাব নোৱাৰিম, তোমাৰ ইয়ালৈ অহাৰ আগতে এপেট সুমুৱাই আহিছো।"



"খোৱা খোৱা," বৌৱে ক'লে, "কেতিয়া ওভতা ঠিক নাই, পিচত ভোক লাগিব।"

মই একো নকৈ চাহকাপ আৰু বিস্কুট দুটা হাতত লৈ প্লেটখন আঁতৰাই থলো।

আমি ঠিক চাহ খাই উঠোতেই দেখিলো অপুদাদা খুউব বেগাবেগিকৈ সোমাই আহি পাকঘৰৰ মুখৰ দুৱাৰ দ'লতে ৰৈ গ'ল। সম্ভৱ অচিনাকি মানুহ এজনক পাকঘৰৰ ভিতৰত দেখি তেওঁ আচৰিত হৈছিল। সেইবাবে ময়ে প্ৰথমতে মাত লগালো, "কি অপুদাদা, ক'ৰ পৰা আহিলা? মোক চিনি পাইছানে নাই?"

কিছু সময় মোৰ মুখলৈ অপুদাদাই চাই থাকি ঠিক আচৰিত হোৱাৰ দৰে ক'লে, "আৰে তই, তই কেতিয়া আহিলি?"

"হ'ল কিছু সময়, পিচে তুমি ক'ত গৈছিলা? তোমাৰ কথা অলপ আগতে সুধিছিলো, বৌৱে ক'লে—'কব নোৱাৰো,' ক'ত যায়, কি ক'ৰে নাজানে বোলে আজিকালি……"

মোৰ কথা শুনি অপুদাদাই এটা নিস্তেজ হাঁহি মাৰিলে। কিছু সময় নীৰৱ থাকি ক'লে, "মোৰ কথা বাৰু পিচত শুনিবি। তোৰ কথা আগতে কচোন।"

ইয়াৰ পিচত অপুদাদাক কি কাৰণে মই আহিব লগা হ'ল, ইয়ালৈ আহিম বুলি ভাবি অহা সত্বেও কেনেকৈ হঠাৎ কালি বিজনক লগ পালো; আজি অলপ আগতে আহি বিজনে মোক নমাই থৈ যোৱালৈকে সকলোবোৰ ভাঙি-পাতি ক'ব লগা হ'ল।

মোৰ মুখত সকলোবোৰ কথা শুনি অপুদাদাই ক'লে, "তই আহিছ ভালেই হ'ল, গান্ধী মূৰ্ত্তি উন্মোচনৰ বাতৰিৰ লগতে যদি আমাৰ কথাও কাগজত লিখ; আমাৰো বৰ উপকাৰ হয়। পিচে তই আকৌ যি কাগজত কাম কৰ আমাৰ কথা লিখিবলৈ জানো সাহস হ'ব?"

"তোমালোকৰ কথা।" অলপ আচৰিত হৈ মই সুধিলো, "তোমালোকৰ কথা আকৌ কি লিখিব লাগে; তুমি আজিকালি কিবা Politics কৰা নেকি?"

মোৰ কথা শুনি অপুদাদাই অলপ হাঁহি কলে, "ৰাজনীতি বুলি কব নোৱাৰি; অৱশ্যে কিছু ক্ষেত্ৰত ৰাজনীতি বুলিও কব পাৰ……

"মানে?"

"মানে-টানে একো নাই", এইবাৰ নিৰ্ম্মালী-বৌৱে ক'লে, "গাৱেঁ গাৱেঁ ঘূৰি ফুৰা, মিটিং কৰা, সিমানেই।"

"এয়াইতো ৰাজনীতিত নমাৰ প্ৰথম পদক্ষেপ, ইয়াৰ পিচতহে মন্ত্ৰী আৰু এম-এল-এ হ'ব পাৰে।"

"থোৱা থোৱা, মন্ত্ৰী, এম-এল-এ হ'ব আৰু। যোৱাবাৰ 'ইলেকচন্'ৰ সময়তে বহুতে কলে 'ইলেকচন্'ত উঠিবলৈ, আনকি দুই-এটা পাৰ্টিয়েও কৈছিল 'চাৰ্প'ট' কৰিব বুলি, পিচে এওঁ নিৰ্ব্বিকাৰ, ক'লে কি জানা, মন্ত্ৰী, এম-এল-এ হব খুজিলে এই মানুহবোৰৰ লগত এওঁৰ কোনো সম্পৰ্ক নাইকিয়া হ'ব।"

"প্ৰথম ৰাজনীতিত নমাৰ সময়ত এনে ধৰণৰ কিছুমান আদৰ্শ-টাদৰ্শ থাকেই, এনে আদৰ্শ কিজানি নেহেৰু, চলিহা সকলোৰে আছিল।"

মোৰ কথা শুনি বৌৱে এবাৰ আত্মপ্ৰত্যয়ৰ হাঁহি মাৰিলে। তাৰ পিচত অকণমান সময় ৰৈ ক'লে, "মোৰ নিজৰ পিচে সন্দেহ হয়, এওঁ নিজেকে ফাকি দিছে।"

"ফাকি?"

এইবাৰ আচৰিত হৈ মই অপুদাদা আৰু নিৰ্ম্মালী-বৌৰ মুখলৈ চালো। মোৰ এনে লাগিল অপুদাদাই যেন একো শুনা নাই। হঠাৎ নকবলগীয়া কথা ক'লে মানুহৰ যি অৱস্থা হয়, নিৰ্ম্মালী-বৌৰ মুখখন ঠিক তেনেদৰে বিৱৰ্ণ হৈ পৰিল। মই তেনেদৰে চাই থকা



দেখি কথাৰ মোৰ ঘূৰাই দিয়াৰ উদ্দেশ্যে বৌৱে ক'লে, "কি হ'ল, কেম্প'লৈ এতিয়া যাবানে, পিচত যাবা?"

"তোমাৰ যদি বিশেষ কাম নাই, এতিয়া নাযাওঁ দিয়া।"

"মই নগলেও হ'ব," বৌৱে ক'লে, "দেৰিও হ'ল, ভাত-পানী খাই পিচত যাম।"

নিৰ্ম্মালী-বৌ এইবাৰ আমাৰ কাষৰ পৰা উঠি গ'ল। অপুদাদা আৰু মোৰ মুখত একো কথা নাই। অপুদাদা কিবা এক চিন্তাত যেন আত্মবিলুপ্ত হৈ গ'ল। মই অপুদাদা আৰু নিৰ্ম্মালী-বৌৰ কথাবোৰ পুনৰ জুকিয়াই চাব ধৰিলো। মোৰ মন দৌৰিল এৰি অহা অতিতৰ দিনবোৰলৈ।

অপুদাদা—এটা বয়সত এই নামতো আমাৰ বাবে আছিল বিস্ময় আৰু কৌতূহলৰ বস্তু। আমি তেতিয়া কলেজৰ ছাত্ৰ। সেই সময়ত অপুদাৰ নামটো আছিল প্ৰতিটো ল'ৰাৰে চিনাকি, শ্ৰদ্ধাৰ বস্তু। দাদা যেনেকৈ আছিল ভাল ফুটবল খেলুৱৈ ঠিক তেনেদৰে পঢ়া-শুনাতো আছিল সমানে মেধাবী। দুটা সম্পূৰ্ণ বিপৰীত গুণৰ অধিকাৰী কেনেকৈ হৈছিল নাজানো, পিচে আমাৰ সকলোৰে চকুত তেওঁ ফুটবল খেলুৱৈ নাইবা পঢ়া-শুনাত মেধাবী ছাত্ৰ হিচাবে ইমান বিস্ময়ৰ কাৰণ নাছিল। তেওঁ নতুন চাম ডেকা লিখকৰ অগ্ৰণী স্বৰূপ আছিল। তেওঁৰ লিখা কবিতা, গল্প আৰু প্ৰবন্ধ-বোৰত আমি বিচাৰি পাইছিলো এক সম্পূৰ্ণ বেলেগ উত্তেজনা। অৱশ্যে পুৰণী চাম লিখকে অপুদাক আঁকোৱালি লোৱা নাছিল, বহুতৰ মতে তেওঁ আছিল spoilt child, নষ্ট ল'ৰা। বহুতে মন্তব্য কৰিছিল অহঙ্কাৰী বুলি। আনে যিয়েই নকওক, আমি হলে অপুদাদাৰ লিখা পঢ়ি বৰ ভাল পাইছিলো, অপুদাদাৰ এটা লিখনিও আমি পঢ়িবলৈ বাদ দিয়া নাছিলো, আমাক বৌদ্ধিক চিন্তাৰ একমাত্ৰ সমল যোগাইছিল অপুদাদাৰ প্ৰবন্ধ-পাতিয়েহে। অপুদাদাৰ প্ৰবন্ধ-বোৰৰ বাবে নিজকে অসমীয়া আধুনিক সাহিত্যৰ মাইলৰ খুটি হিচাবে

প্ৰতিষ্ঠা কৰা বহু লিখকৰ 'খুটি'ডাল উঘালি পৰিছিল। সেইবাবে বহুতে তেওঁক বেয়া পাইছিল, বহু আলোচনীয়ে তেওঁৰ গল্প নাইবা কবিতা এটাহে বিচাৰিছিল। প্ৰৱন্ধ-প্ৰকাশ কৰি সেই সম্পাদক-সকলে প্ৰতিষ্ঠিত লিখকসকলৰ অপ্ৰিয় হৰ খোজা নাছিল।

সেই অপুদাদাই নিৰ্ম্মালী ছুৰবা নামৰ ছোৱালীজনীক বিয়া কৰাইছিল, বিয়াৰ পিচতে গৈছিল আমাৰ তালৈ। এদিন-ছুদিন কৰি এসপ্তাহ আমাৰ ঘৰত পাৰ হৈ গৈছিল; বৌৰ লগত মোৰ সম্পৰ্ক 'আপুনি'ৰ পৰা 'তুমি' হৈছিল।

ইয়াৰ পিচত অপুদাদা, নিৰ্ম্মালী-বৌ গ'লগৈ। বৌৱে গৈ মোলৈ চিঠি দিছিল, প্ৰথমে সঘনাই, তাৰ পিচত পাতলিয়াকৈ আৰু শেষত একেবাৰে বন্ধ হৈ গ'ল। ময়ো লক্ষ্য কৰিলো অপুদাদাই বিয়াৰ পিচত লিখা ছুটা মান গল্প-কবিতাৰ পিচত লাহে লাহে লিখা বাদ দিবলৈ ধৰিলে; অৱশেষত আজি কেইবছৰমান হ'ল তেওঁ কিজানি একো লিখা নাই।

"তুমি দেখোন আজিকালি লিখা-মেলা একেবাৰে বাদ দিলা। নিলিখা কেলৈ?" বহু সময় নীৰৱ হৈ থাকি মই অপুদাদাক সুধিলো।

"কি?" হঠাতে আশা নকৰা প্ৰশ্ন এটা শুনি অপুদাদা উচাপ খাই উঠিল, তাৰ পিচত বৰ কঠিন প্ৰশ্ন এটা বুজি পোৱাৰ দৰে ক'লে, "মোৰ বিষয়ে এজন প্ৰবীণ লিখকে হেনো মন্তব্য কৰিছিল, ডেকা বয়সত এনেবোৰ উদ্ভণ্ডালি থাকেই, বিয়া কৰিলেই সকলো ঠিক হৈ যাব।"

"তাৰ মানে সেই প্ৰবীণ লিখকৰ কথাকে তুমি সত্য বুলি প্ৰমাণ কৰিলা?"

এইবাৰ মোলৈ চাই এটা নিস্তেজ হাঁহি মাৰি ক'লে, "The aim of success is to reach the level of incompetence." এজন প্ৰিয় সঙ্গীত শিল্পীয়ে বা এজন ভাল প্ৰশাসকে হঠাৎ ৰাজনীতিত নামে



কিয় জান? একমাত্ৰ এই কাৰণেই; কিন্তু ৰাজনীতি এটা বেলেগ বস্তু। সেইটো তই মই বুজিব নোৱাৰো, সেই ৰাজনীতিত নমা সঙ্গীতজ্ঞ বা প্ৰশাসকজনেও বুজি নাপায়, ফলত তেওঁলোকে ৰাজনীতিবিদ্ হিচাবে নিজৰ অক্ষমতাহে প্ৰকাশ কৰে। ময়ো লিখা-মেলা বাদ দি যে এইবোৰ কিবাকিবি কৰি আছো তাৰ মাজতো এনেবোৰ অক্ষম প্ৰচেষ্টাহে আছে। এই কথাতো বুজি উঠিছো কাৰণেই ৰাইজৰ ওচৰত ভোট বিচৰা নাই। মই এই system-টো বুজি উঠা হলে কিজানি এনেদৰে ভোট বিচাৰি ফুৰিলোহেঁতেন; নাইবা একেবাৰে সুবুজা হলেও level of incompetence-ত উঠিবলৈ এটা অক্ষম প্ৰচেষ্টা কৰিলোহেঁতেন।"

"তেন্তে ইয়াৰ পৰা তুমি উভতি নোযোৱা কিয়? সমাজ-সেৱা কৰিবলৈ বহু মানুহ আছে; কিন্তু প্ৰকৃত সাহিত্যসেৱী বুলি কবলৈ অসমত নাই বুলিলেই হয়।"

"প্ৰকৃত সাহিত্য-সেৱা? ইয়ো এটা বৰ vague idea; ৰবি ঠাকুৰ যদি এতিয়া জীয়াই থাকিলেহেঁতেন আৰু যদি তেওঁক প্ৰশ্ন কৰা হ'লহেঁতেন যে বৰ্ত্তমান বঙ্গদেশত ৰবি ঠাকুৰৰ প্ৰয়োজন বেচি নে সুকান্ত ভট্টাচাৰ্য্যৰ বেচি; ৰবি ঠাকুৰে সুকান্ত ভট্টাচাৰ্য্যৰ প্ৰয়োজন বেচি বুলি কলেহেঁতেন। পিচে সেই ৰবি ঠাকুৰে হাজাৰ চেষ্টা কৰিও সুকান্ত ভট্টাচাৰ্য্যৰ দৰে হব নোৱাৰে। ৰবি ঠাকুৰ ৰবি ঠাকুৰেই; আৱেগ প্ৰৱণ হৈ 'নাইট্' উপাধি ঘূৰাই দিয়াতো এটা সুকীয়া কথা…। মই যিবোৰ লিখিছিলো, যিবোৰ লিখা-মেলা কৰি তহঁতৰ নিচিনা ডেকা ল'ৰাবোৰৰ আদৰ্শ স্বৰূপ হৈছিলো, সেই লিখাৰ প্ৰয়োজন এতিয়া শেষ হৈ গৈছে। মই নতুন পথটো চিনি পাওঁ, কিন্তু সেই পথত হাজাৰ চেষ্টা কৰিলেও মই খোজকাঢ়িব নোৱাৰো, নিজকে বৰ পঙ্গু যেন লাগে। কিন্তু মই compromsie কৰিব নিবিচাৰো, তাতকৈ মই নিলিখাকৈ থকা বহুত ভাল। যিটো কাম মই মোৰ লিখাৰ মাজেদি কৰিব নোৱাৰিলো, সেই কামটো অন্য ধৰণে কৰিব পাৰো নেকি

তাকে চাইছোঁ; এইটো মোৰ আত্মপৰীক্ষা নাইবা আত্মসমালোচনা, হয়তো নিৰ্ম্মালীয়ে কোৱাৰ দৰে নিজকে ফাকি দিয়াৰ চেষ্টা .....।"

বহুসময় একেলগে কথা কৈ অপুদাদা অলপ ৰ'ল। ঠিক এনে সময়তে আহি নিৰ্ম্মালী-বৌও আমাৰ ওচৰত থিয় হ'লহি।

"কি হ'ল, এনেকৈ কথা চোবাই থাকিবানে, গা-পা ধুই ভাত-পানী খাবা?" আমাৰ দুয়োলৈকে চাই নিৰ্ম্মালী-বৌৱে সুধিলে।

মই গা ধুই আহিছো বুলি ক'লত অপুদাদাই ক'লে, "তই তেন্তে বহ, আজি বহুত কাম আছে; মই গা ধুই আহো। ভাত খায়ে ওলাই যাব লাগিব।"



## ॥ পাঁচ ॥

ভাত-পানী খাই উঠাৰ পিচত অপুদাদা ওলাই গ'ল। মই আৰু নিৰ্ম্মালী-বৌ থাকি গ'লো। বৌৱে ক'লে, "মই অলপ পাকঘৰটো ঠিক কৰি থওঁ, তুমি অলপ জিৰোৱা।" দুপৰীয়া শোৱা অভ্যাস মোৰ নাই, তথাপি জোতাযোৰ খুলি বিচনাখনত অলপ হেলান দিলো।

মোৰ মনটো আকৌ অপুদাদাৰ কথাৰে ভৰি পৰিল। সঁচাকৈয়ে অপুদাদাক আজি বৰ সাঁথৰ সাঁথৰ লাগিব ধৰিছে। তেওঁ কোৱা কথা, তেওঁৰ ব্যৱহাৰ মই একো বুজিব নোৱাৰিলো।

ভাত খাই থাকোতে হঠাতে অপুদাদাই সুধিছিল, "তই বিয়া-বাৰু নকৰালি নেকি?" মই একো নকলো, মাথো মূৰটো জোকাৰি সমৰ্থন কৰিলো। মই বিয়া নকৰোৱা বুলি জানি তেওঁ স্বগোক্তি কৰাৰ দৰে কলে, "A real philosophic man should not marry."

"কিয়?"

মই অলপ 'হিউমাৰ' কৰিবৰ কাৰণেই ক'লো, "তুমি দেখোন Shaw-ই কোৱাৰ দৰে কৈছা, পিচে মইতো real philosophic man নহয়, মই বিয়া নকৰোৱাৰ কাৰণটো সম্পূৰ্ণ 'মেটেৰিয়েল'ও হব পাৰে।"

"যিয়েই নহওক, You are happier than any married couple of the world. তই জীৱনৰ লগত compromise কৰিব লগা হোৱা নাই........."

"ক'তা, তুমিও তো compromise কৰা নাই," মই অলপ হাঁহি ক'লো, "অথনিতো ক'লা তুমি compromise কৰিব নিবিচাৰা

কাৰণে লিখা-মেলাকে বাদ দিছা; তোমাৰ নিচিনা এজন প্ৰতিভা-সম্পন্ন লোকে তোমালোকৰ সুখৰ কাৰণে কত কি কৰিব পাৰিলা-হেঁতেন·········”

“কোনে কৈছে আমি compromise কৰা নাই বুলি। মই যদি কৰা নাই, নিৰ্ম্মালীয়ে কৰিছে। হয়তো কোনোবাই নিজকে ফাকি দিছে, অথনিয়ে জানো নিৰ্ম্মালীয়ে কোৱা নাই মই ফাকি দিছো বুলি? ঠিক তেনেদৰে ময়ো যদি ভাবো নিৰ্ম্মালীয়ে ফাকি দিছে বুলি·········”

মই দেখিলো নিৰ্ম্মালী-বৌৱে ভাত খাই থকাৰ পৰা এবাৰ মূৰটো ডাঙি অপুদাদালৈ চাইছে। মোৰ এনে লাগিল নিৰ্ম্মালী-বৌৱে আমাৰ আলোচনাত বৰ অস্বস্তি অনুভৱ কৰিছে। অৱশেষত ৰ'ব নোৱাৰি তেওঁ কৈ পেলালে, “হ'ব হ'ব, তোমাৰ এইবোৰ দাৰ্শনিক তত্ত্ব ভাত খাওঁতে থোৱা। ইমান দিনৰ মূৰত এওঁ আহিছে, অন্য কথা নাই, কোনে compromise কৰিছে, কোনে ফাকি দিছে সেইবোৰ নাগালেও হ'ব, মই compromise কৰিছো, মইয়ে ফাকি দিছো, হ'ল নহয়·········”

মই অপ্ৰস্তুত হৈছিলো যদিও পৰিবেশটো লঘু কৰিবৰ মনেৰে অলপ জোৰেৰে হাঁহি দিলো, তাৰ পিচত কলো, “বৌ তোমাৰ দেখিছো একেবাৰে খঙ উঠি গ'ল······। দাদাৰ লগত আজিয়েই নহয়, সেই কলেজত থকা দিনৰ পৰা মই সদায় এনেদৰে তৰ্ক কৰো, আমাৰ এইটো পুৰণি অভ্যাস।”

মোৰ কথা শুনি অপুদাদাইও হাঁহিলে আৰু লাহে লাহে কলে, “এওঁৰ বুজিছ, অলপতে খঙ উঠি যায়। সেইবাবে কেতিয়াবা পশ্চিম ফালে বেলি ওলাই বুলি ক'লেও মই হয় বুলি সমৰ্থন কৰি থওঁ···।”

“হ'ব হ'ব,” নিৰ্ম্মালী-বৌৱে অপুদাদাৰ কথা শেষ নহওঁতেই



ক'লে, “ইমান তিৰোতা-সেৰুৱা হোৱা হ'লে কথাই নাছিল, এতিয়া ভাত খোৱা······।”

গামোছাখনেৰে হাতখন মোহাৰি মোহাৰি নিৰ্ম্মালী-বৌ কোঠাটোলৈ সোমাই আহিল। বৌৱে কোঠাটোত সোমাই এবাৰ চাৰিওফালে চালে। ময়ো দেখিলো কোঠাটোত আৰু অন্য চকী নাই। সেইবাবে মই ভৰি কেইটা বেৰৰ ফালে দি কলো, “বহা ইয়াতে. তোমৰা যদি কাম-বন শেষ হ'ল, আমি কথাকে পাতো। নে তুমি শুবা এতিয়া? দুপৰীয়া শোৱাৰ অভ্যাস······।”

“নাই নাই, তেনেকৈ শোৱাৰ অভ্যাস নাই। অৱশ্যে হাতত কাম-বন নাথাকিলে কেতিয়াবা দুপৰীয়া শোওঁ, সিমানেই···।”

বৌ আহি মোৰ কাষত বিচনাখনত বহিল। বিচনাখনত আজিৰ কাগজখন পৰি আছিল। কাগজখন টান মাৰি আনি বৌৱে এবাৰ ওপৰে ওপৰে 'হেড্ লাইন্' কেইটা চালে আৰু পাতবোৰ কেইবাবাৰো ওপৰা-ওপৰিকৈ লুটিয়ালে।

বহুসময় আমাৰ মাজত কোনো কথা-বতৰা নাই। সেইবাবে ময়ে ক'লো, “কোৱা কিবা এটা, এনেকৈ মনে মনে আছা কিয়?”

“কি কম,” বৌৱে ক'লে, “তুমি হে ক'বা, গুৱাহাটীৰ নিচিনা ঠাইৰ পৰা আহিছা, মহা নগৰীত থকা মানুহ, আমাৰ নিচিনা চুকত সোমাই থকা মানুহতো নহয়।”

“মহা নগৰত থাকিলে হব কি? জীৱনটো লোকৰ খবৰ লৈ ব্যস্ত হৈ থাকোতে নিজৰ খবৰ কিবা আছে নেকি সেইটো চিন্তা কৰিবলৈকে নহ'ল।”

“বাৰু এতিয়া চিন্তা কৰা, কিবা খবৰ আছে নেকি? কেতিয়াবা তোমাৰ কথা শুনিবৰ বাবে মোৰ মনটো বহু পিচলৈ দৌৰ মাৰে। তেতিয়া তোমালৈ চিঠি এখন লিখিবৰ মন যায়; পিচে লিখা আৰু হৈ নুঠে, মানে আজিকালি কাৰোলৈকে চিঠি লিখিবৰ মন নাযায়।”

"কিয় ?"

"বয়স হৈছে নহয়," এইবাৰ বৌৱে অলপ হাঁহিলে আৰু তাৰ পিচত ক'লে, "এসময়ত বহু চিঠি লিখিলো নহয়; সেইবাবে চিঠি লিখাৰ মোহ নোহোৱা হৈ গ'ল……"

"কালৈ ?" মই অলপ জোকাবলৈকে কৈ পেলালো, "দাদালৈ নে অন্য কোনোবা……"

"দাদাৰালৈ আৰু বহুতলৈ……কেলৈ তোমালৈও জানো লিখা নাছিলো ?"

"মোলৈতো ভাগৰ লাগি যোৱাকৈ লিখা নাছিলা ?"

"অৱশ্যে কালৈকো ভাগৰ লাগি যোৱাকৈ লিখা নাছিলো। পিচে আজিকালি কাৰোবালৈ লিখিম বুলি ভাবিলেই বৰ ভাগৰ লাগে।"

"কিয় ?"

"কিয় মই ভবা নাই, পিচে এটা কথা সঁচা, জীৱনটো এখন চিঠিৰ নিচিনা ধুনীয়া নহয়। এটা সময় আছিল যিটো সময়ত এখন চিঠি অহালৈ ইমান আগ্ৰহেৰে বাট চাইছিলো; প্ৰত্যেকখন চিঠিয়ে যেন জীৱনৰ কিবা এক পূৰ্ণতা আনি দিছিল। কিন্তু এতিয়া অনুভৱ কৰো সেইবোৰ কিবা এক প্ৰহসনৰ বাদে যেন অন্য একো নহয়। চিঠি-বোৰৰ প্ৰত্যেকটো শব্দই যেন আনক আৰু নিজকে ফাকি দিয়াৰ আহিলা হিচাবেই সকলো মানুহে ব্যৱহাৰ কৰে।"

নিৰ্ম্মালী-বৌ অলপ সময় ৰ'ল। বৌৱে কথাবোৰ কি অৰ্থত ক'লে মই ঠিক বুজিব নোৱাৰিলো। অহাৰ পৰা মোৰ এনে লাগিছে অপুদাদা আৰু বৌ, দুয়ো যুগ্মজীৱন যাপন কৰিলেও প্ৰত্যেকেই যেন বেলেগ বেলেগ কক্ষপথত ঘূৰি ফুৰিছে।

বহুসময় নীৰৱ হৈ থকাৰ পিচত সোধো নোসোধোকৈ মই ক'লো, "বাৰু বৌ, বেয়া নাপাবা, মই কথা এটা সোধো, তোমালোকৰ কোনো ল'ৰা-ছোৱালী……"

"নাই, আমাৰ সেইবোৰ একো নহ'ল।"



"এই কথাটোৱে তোমাক বা তোমালোকৰ যুগ্মজীৱন অসুখী কৰিছে নেকি ?"

"ওহোঁ নাজানো", কিছু সময় ৰৈ ক'লে, "আমি যে ঠিক অসুখী সেইটো নহয়; অৱশ্যে আমাৰ কোনো সন্তান থকা হলে আমাৰ জীৱনৰ এক পূৰ্ণতা আহিলহেঁতেন—সেইটো মই বিশ্বাস কৰো, তেতিয়া আমি দুটা বেলেগ পথত ঘূৰি ফুৰাৰো কোনো প্ৰয়োজন নহ'লহেঁতেন।"

"দুটা বেলেগ পথ, মানে তুমি কি অৰ্থত কৈছা ?"

দাদাৰে কয়, "মই হেনো 'এচ্‌কেপিষ্ট্'। কেতিয়াবা কথাষাৰ ময়ো তেনেকৈয়ে বিশ্বাস কৰো, তেনে বিশ্বাস আহিলে মই বৰ অসুখী হৈ পৰো। এই চহৰ ঘনত মোৰ এটা বেলেগ নাম আছে। কেবাটাও ৰাজহুৱা অনুষ্ঠানৰ লগত মই জড়িত; সমাজত মোক বেলেগ এক সন্মানেৰে চায়। আজি মোৰ পৰিচয়ৰ লগত দাদাৰৰ অতিত্বটোৰ কোনো সম্বন্ধ নাই।……তুমি জানানে নাজানা কব নোৱাৰো, এদিন দাদাৰৰ কবিতা পঢ়ি মই প্ৰেমত পৰিছিলো, বেলেগ এক স্বপ্ন ৰাজ্যত বিচৰণ কৰিছিলো; পিচে এতিয়া মোৰ এনে লাগে মই যেন সেইবোৰৰ একো অৰ্থই বিচাৰি পোৱা নাছিলো, বুজা নাছিলো।…… দাদাৰেও আটাইতকৈ কি ডাঙৰ ভুল কৰিলে জানা, তেওঁ ভাবিছিল, তেওঁৰ লিখনিৰ প্ৰেৰণাৰ উৎস মই বুলি; পিচে বিয়াৰ পিচত লাহে লাহে বুজি উঠিল যে যি ধাৰণা তেওঁৰ আছিল সেইয়া বৰ ভুল ধাৰণা।"

"কিয় ?"

"এতিয়া ময়ো জানো, তেৱোঁ জানে। আচলতে তেওঁৰ লিখা পঢ়ি মই যে তেওঁৰ জীৱনৰ ওচৰত সম্পূৰ্ণকৈ নিজকে সঁপি দিছিলো সেইটো নহয়। মই ভাল পাইছিলো তেওঁৰ লিখনিৰ 'গ্লেমাৰাচ্ চাইড্'টোহে। আমাৰ লগৰ প্ৰায়বোৰ ল'ৰা-ছোৱালীয়ে দাদাৰৰ লিখাৰ প্ৰতি যেতিয়া পাগল হৈ আছিল, সেই সময়ত তেওঁলোকৰ ওচৰত দাদাৰ প্ৰেৰণাৰ উৎস হিচাবে নিজকে প্ৰতিষ্ঠা কৰি এটা এক

বেলেগ আনন্দ পাইছিলো। কিন্তু বিয়াৰ পিচত জীৱনৰ এক স্বকীয়া অস্তিত্ব মই অনুভৱ কৰিব ধৰিলো···লাহে লাহে আমি অনুভৱ কৰিব ধৰিলোঁ আমি যেন সম্পূৰ্ণ বেলেগ পথেৰে আগুৱাব বিচাৰিছো।”

কিছুসময় নিৰ্ম্মালী-বৌ ৰ'ল। মই কি ক'ম, কি কোৱা উচিত হ'ব একো ঠিক কৰিব নোৱাৰি নিঃশব্দে নিৰ্ম্মালী-বৌৰ মুখলৈ চাই ৰ'লো।

“তোমাৰ নিশ্চয় মোৰ কথাবোৰ শুনি কেনেবা কেনেবা লাগিছে, নহয় জানো?···তুমি হয়তো ভাবিব পাৰা আমি অসুখী, সেইটো কিছুদূৰ হয়···কিন্তু সেই অসুখী জীৱনটোৰ কাৰণ কোনো Physical need বুলি ভাবিলে ভুল কৰা হ'ব। এতিয়া মই অনুভৱ কৰো ধুনীয়া ধুনীয়া কবিতা লিখা অপূৰ্ব্ব ছুৰবা নামৰ মানুহজনৰ মাজেদি হাতত চাবুকলৈ বৃটিছৰ দিনত জনতাৰ ওপৰেদি ঘোঁৰা দৌৰাই যোৱা কোনোবা এক দুৰ্দ্দান্ত পুলিচ অফিচাৰৰ কল্পনাহে কৰিছিলো, যিটো কল্পনা মোৰ অৱচেতন মনৰ মাজত সোমাই আছিল···। অৱশ্যে কল্পনাৰ স্বপ্নভঙ্গ আমাৰ বিয়াৰ পিচতে হ'ল....। ইয়াৰ কাৰণে আমাৰ কাৰো দুখ নাই, মোৰ দুখ মাথো ক'ত জানা? কেতিয়াবা কেতিয়াবা মোৰ এনে লাগে একমাত্ৰ মোক সুখী কৰিবৰ কাৰণেই তেওঁ যেন জীৱনটোৰ লগত Compromise কৰিছে। ঠিক তেনেদৰে তেওঁ ভাবে মোৰ কথা, তেতিয়া আমি ভীষণ অসুখী হওঁ; আমাৰ এনে লাগে যেন আমাৰ বিয়াখনে পৰস্পৰৰ ব্যক্তিগত সত্তা হেৰুৱাই পেলোৱাত আওপকীয়াকৈ সহায়হে কৰিলে। দাদাৰেতো মাজে মাজে কয়, Marriage is the first step of compromise with ideas, thoughts and philosophy of life.”

হঠাতে মইও কবলৈ আৰম্ভ কৰিলো, “প্ৰেম, বিবাহ এইবোৰে যে জীৱনটো সদায় Compromise কৰিবলৈকে বাধ্য কৰাইছে



বুলি ভবা কথাটো সদায় সঁচা নহয়। এয়া তোমালোকৰ জীৱন, প্ৰেম আদিৰ বিষয়ে ভুল ধাৰণা; যদিও মই বিয়া কৰোৱা নাই, তথাপি প্ৰেম সম্পৰ্কীয় মোৰ এক ধাৰণা আছে। অৱশ্যে ধাৰণাটো মোৰ নিজা নহয় F. Alexander Magoum-এ কোৱা কথা, 'Love is the passionate and abiding desire on the part of two or more people to produce together such conditions underwhich each can be, and sponteniously express, his real self, to produce together an intellectual soil and an emotional climate in which each can flourish, far superior to what either could achieve alone'···তুমি কেতিয়াও অস্বীকাৰ কৰিব নোৱাৰিবা যে এই বিবাহে তোমালোকৰ জীৱনৰ কিবা এক পূৰ্ণতা দিলে। You are understanding your real self, you are understanding Apuda more passionately and intimately, অন্ততঃ তোমালোক দুয়ো বিয়াৰ পিচত more realistic হৈছা,···মই ভাবো This is the real success of your marriage.”

মোৰ কথাখিনি অলপ বক্তৃতা-ধৰ্ম্মী হৈ গৈছিল হব পায়, হঠাতে নিজৰ বিষয়ে এই ধাৰণাটো মনলৈ অহাৰ বাবেই মই ৰৈ গ'লো। মোৰ এনে লাগিল যেন মোৰ মুখৰ পৰা ঘাম ওলাবলৈ আৰম্ভ কৰিছে। মই মন কৰিলো নিৰ্ম্মালী-বৌৱে একেথৰে মোৰ মুখলৈ চাই আছে।

“কোৱা, ৰৈ গ'লা কিয়?” মই ৰৈ যোৱা দেখি বৌৱে ক'লে।

“নহয়, মোৰ কথাবোৰ কিবা বক্তৃতা দিয়াৰ দৰে লাগিল। সেইবাবে মই ভাবিছো তুমি কিবা এটা কোৱা······”

“মই কি ক'ম? তোমাৰ কথা শুনি মোৰ ভাল লাগিছে। অন্ততঃ এনেদৰে বিয়াৰ পিচৰ পৰা মুকলিভাৱে কাৰো লগত কথা পাতিবলৈ পোৱা নাই।”

"এনেদৰে মানে ? মইতো বিশেষ একো নতুন কথা কোৱা নাই, বাৰু বাদ দিয়া এইবোৰ, তুমিতো এবাৰ কেম্পলৈ যাব লাগিছিল, কেতিয়া যাবা ?"

"তোমাৰ কিবা দৰ্কাৰ আছে নেকি ?"

"নাই নাই, মোৰ একো দৰ্কাৰ নাই। তুমি অভ্যৰ্থনা সমিতিৰ কিবা বিষয়-ববীয়া নহয় জানো ?"

"হয়,……পিচে কিয় জানো এই মুহূৰ্ত্তত মোৰ সেইবোৰলৈ যাবলৈ অকণো মন যোৱা নাই……। কেতিয়াবা মোৰ এনে লাগে জানা, মই কৰা কাম আৰু মই ভবা কথাবোৰৰ মাজত কোনো সম্পৰ্ক নাই, এনে লাগে social service is a delightful way of wasting time……। মই নগলেও একো নকৰিলেও জানো গান্ধীমূৰ্ত্তিটো উন্মোচন কৰা নহ'ব ?"

"হব, তথাপি………"

"মই বুজিছো, তুমি কি কব খুজিছা। গান্ধীয়ে জানো বিচাৰিছিল তেওঁ মাথো কেইটামান লাখটকীয়া মূৰ্ত্তি হৈ জীয়াই থকাতো ? মোৰ নিজৰ জীৱনটোও কেতিয়াবা কাইলৈ উন্মোচন কৰিবলৈ লোৱা গান্ধীৰ নিৰ্জীৱ মূৰ্ত্তিটোৰ দৰে লাগে। কাইলৈ কিছুমানে মূৰ্ত্তিটো আগত ৰাখি ধুনীয়া ধুনীয়া বক্তৃতা দিব। মন্ত্ৰীক আদৰিবলৈ ধুনীয়া তোৰণ সাজিব, লাখ টকা খৰচ কৰিব ; তাৰ পিচত সকলো শেষ। কাইলৈ হোৱা দিনটোক উপহাস কৰি মাত্ৰ মূৰ্ত্তিটো পাৰ্কখনৰ চুকটোত পৰি থাকিব……। হয়তো এনে এটা দিন আহিব যিদিনা বুৰ্জ্জোৱা প্ৰতিক্ৰিয়াশীলতাৰ প্ৰতীক বুলি কোনোবাই মূৰ্ত্তিটো ভাঙি পেলাব… …তথাপি আমি মূৰ্ত্তিটো সাজিব লাগিব, কোনোবা মন্ত্ৰী কাইলৈ আহিব লাগিব, মই অভ্যৰ্থনা সমিতিৰ সভ্য বাবেই সভালৈ যাব লাগিব। ইয়াত তোমাৰ অনুপ্ৰেৰণা থাকক বা নাথাকক সেইতো নহয় ; তোমাক জানো ইমান দূৰৰ পৰা গান্ধীজীৰ কোনো প্ৰেৰণাই টানি আনিছে ?"



"মোৰ কথা বাদ দিয়া, মই গান্ধীজীৰ কাৰণে অহা নাই, মন্ত্ৰী বিজয়শঙ্কৰ বৰুৱাৰ কাৰণে আহিছো, after all, this my profession………."

"তুমি যেনেকৈ আহিছা ময়ো তেনেকৈ গৈছো জানা ? ঠিক তেনেদৰে আনবোৰো আহিছে, পাৰ্থক্য মাথো এয়েই, সকলোৱে profession বুলি স্বীকাৰ নকৰে বা নিজৰ profession-টো বেছি secure কৰিবৰ বাবে তেওঁলোকে ইয়াক profession বুলি স্বীকাৰ কৰিব নোৱাৰে।"

"তোমাৰ কথা অৱশ্যে কিছুদূৰ সঁচা, পিচে ই এটা system ; তুমি এই system-টো অস্বীকাৰ কৰিব নোৱাৰা।"

ঠিক এনেতে শুনিলো, কোনোবাই বাহিৰত চিঞৰি মাতিছে, "বাইদেউ"। নিৰ্ম্মালী বৌয়ে "কোনোবা আহিছে" বুলি কৈ বিচনাৰ পৰা লৰালৰিকৈ উঠি গ'ল। মই কাষত পৰি থকা যোৱা সপ্তাহৰ 'নীলাচল'খনকে এনেই টানি আনিলো।

## ॥ ছয় ॥

নিৰ্ম্মালী-বৌৱে হাতত চাহ একাপ লৈ আহি হুলস্থুল কৰি দিলে, "কি হ'ল, তুমি ওলোৱা নাই? এতিয়াও বিচনাতে আছা দেখোন?"

মই চাহ কাপ হাতত লৈ ক'লো, "মোৰতো ওলাবলৈ একো নাই, তোমাৰ হে দেখোন একো হোৱা নাই।"

"মোৰ হ'ব, মূৰটো আঁচোৰাই আছে। কাপোৰ কেইটা পিন্ধোতে কিমান সময় লাগিছে? আকৌ কাৰোবাক পঠাইহে লাগে।"

চাহৰ কাপটো কাষৰ টেবুলখনত থৈ নিৰ্ম্মালী বৌ ওলাই অহালৈ বাট চালো। বৌ দিনটো ওলাই নোযোৱাৰ বাবে অলপ আগতে ল'ৰা এটা আহিছিল কেম্পৰ পৰা। বৌ-ক মাতিছে বুলি খবৰ দিছিলহি। তাৰ আগতে বৌৱে কৈ পঠাইছিল আধা ঘণ্টাৰ ভিতৰত পাবগৈ বুলি। খবৰটো দিয়েই বৌৱে চাহ কৰিবলৈ সোমাল। এতিয়া দেখিছো ইয়াতে বিশ মিনিট পাৰ হৈ গ'ল।

মই লৰালৰিকৈ মূৰটো ফণিয়াই ললো। ইতিমধ্যে বৌ সাজি-কাচি ওলালহি। বাহিৰলৈ ওলাই আহি সুধিলে, "কিহত যাবা? ৰিক্সাত নে খোজকাঢ়ি..."

মই ক'লো, "বৰ লৰালৰি নাই যদি খোজকাঢ়িয়েই গৈ থাকো দিয়া।"

বৌৱে একো নক'লে, মোৰ লগে লগে খোজ কাঢ়িবলৈ আৰম্ভ কৰিলে।



আমি গৈ যেতিয়া কেম্প পালোগৈ তেতিয়া প্ৰায় তিনি বাজি গ'ল। ইতিমধ্যে চৰকাৰী 'হাইস্কুল'টোৰ প্ৰায়বোৰ কোঠা বিভিন্ন ঠাইৰ প্ৰতিনিধিৰে ভৰি পৰিছে। নিৰ্ম্মালী-বৌৱে ইমান দেৰিকৈ যোৱাৰ কাৰণে কেইবা গৰাকী মহিলাই আহি জক্‌জকাই উঠিল; কাৰণ, তেওঁলোকে দিনটো কাম কৰি কৰি ভাগৰি পৰিছে। পিচে বৌৱে মোৰ লগত চিনাকি কৰি দিয়াৰ লগে লগে সকলো শান্ত হ'ল।

ইজনে সিজনৰ লগত চিনাকি হওঁতে বহুতৰে লগত চিনাকি হ'ব লগা হ'ল। হঠাতে লগ পালো কালু ভাইক। ইমান দিনৰ মূৰত এনে এটা পৰিৱেশত কালু ভাইৰ উপস্থিতিয়ে মোৰ মনটো অলপকৈ হলেও উদাস কৰি পেলালে। হঠাতে পিচফালৰ পৰা কাৰোবাৰ হাতৰ স্পৰ্শত ঘূৰি চাই দেখিলো এজন বুঢ়া মানুহে মোক সাৱটি ধৰিছে আৰু একে উশাহতে 'কেতিয়া আহিলো, কিয় আহিলো, ক'ত আছোহি, আদি এশ এটা প্ৰশ্ন কৰি ব্যতিব্যস্ত কৰি তুলিলে। মই সকলোবোৰ কোৱাৰ পিচত কালু ভায়ে মোৰ দাদাৰ কথা, দেউতাৰ কথা সুধিলে। দেউতাৰ মৃত্যু হ'ল বুলি কলত মানুহজন অলপ গম্ভীৰ হৈ গ'ল। তাৰ পিচত ককাইদেউৰ ছোৱালী 'এনিশা'ৰ কথা সুধিলত কলো, "তাই এতিয়া থাৰ্ড-ইয়েৰত পঢ়ে। আপোনাৰ কথা প্ৰায়ে কয়, আপুনি আজিকালি গুৱাহাটীলৈ নাযায় নেকি?"

কালু ভায়ে একো নকলে। মাথো এটা ক্ষীণ শেতা হাঁহি মাৰিলে। মই বুজিলো মানুহজনক মোৰ প্ৰশ্নটোৱে যথেষ্ট আঘাত কৰিছে। গুৱাহাটীলৈ আৰু যোৱা নাই, এইযাৰ কথা কোৱাৰ সাহস অন্ততঃ তেখেতৰ নাই; দ্বিতীয়বাৰৰ কাৰণে মিছা কথা কোৱাৰ সাহস গোটাৰ পৰা নাই।

মই সেইবাবে কথাৰ মোৰটো ঘূৰাই দিলো। দুই-এটা কালিলৈ হ'ব লগা অনুষ্ঠানটোৰ বিষয়ে প্ৰশ্ন কৰি মই কালু ভাইৰ ওচৰৰ পৰা আঁতৰি আহিলো। ইতিমধ্যে মই লক্ষ্য কৰিলো, কালু ভাইৰ লগত

অলপ আঁতৰি অহাত নিৰ্ম্মালী-বৌ এজাক মহিলাৰ লগত মিলি পৰিছে। সেইবাবে মোৰ নিৰ্ম্মালী বৌৰ ওচৰলৈ যাবলৈ ইচ্ছা নহ'ল। বৰং মই বৌ এনেকৈ আঁতৰি যোৱাত ভালেই পালো।

মই এখোজ-দুখোজকৈ স্কুল ঘৰটোৰ পৰা নামি আহিলো। স্কুলটোৰ সন্মুখতে এখন সৰু ফুলনী আছে। ইতিমধ্যে স্কুল ঘৰটোৱে বেলিটো ঢাকি ধৰিছে। ফুলনীখনত বেচ ছাঁ৷ পৰা দেখি মই সৰু গেটখন খুলি ফুলনী খনৰ ভিতৰলৈ সোমাই গ'লো। ঘন দুববীডৰাৰ ওপৰত জেপৰ পৰা ৰুমাল এখন উলিয়াই বহাৰ লোভটো সামৰিব নোৱাৰিলো।

কালু ভাইক ওচৰৰ পৰা ইচ্ছা কৰিয়েই মই আঁতৰি আহিলো। যদিও মোৰ মনৰ পৰা কালু ভাইক অকণো আঁতৰাব নোৱাৰিলো। বাৰে বাৰে কালু ভাইৰ স্মৃতিয়ে অতীতৰ এটা মচিব নোৱাৰা অধ্যায়লৈ মনটো টানি নিবলৈ ধৰিলে।

কালু ভাইক মই শেষ লগ পাওঁ সম্ভৱ দহ বছৰৰ আগতে। আগতে তেওঁ প্ৰায়ে আমাৰ ঘৰলৈ গৈছিল। মোৰ লগত বিশেষ কথা-বতৰা নাপাতিছিল; দেউতাৰ লগত বহি বহি গান্ধী-বিনোৱাৰ দৰ্শনৰ পৰা সমকালীন ৰাজনীতিলৈকে বহুবোৰ কথা আলোচনা কৰে। মোক দেখিলে মাথো হাঁহে, নহলে কেতিয়াবা জোকাই এই বুলি ৰং চায়, "কিহে, তোমাৰ মাৰ্ক্সৰ খবৰ কি?" তেখেতৰ সেই প্ৰশ্নটোৰ উত্তৰত মই প্ৰায়ে কৈছিলো, "Gandhism is a dead memory but Marxism is a living force." মোৰ উত্তৰ শুনি দেউতা আৰু কালু ভায়ে প্ৰায়ে হাঁহে আৰু দেউতাই কালু ভাইক মোৰ কথা কয়, an immature rebal of our family. দেউতা হঁতৰ কথাত মই কোনো গুৰুত্ব নিদিওঁ, যেনেকৈ, তেওঁলোকেও মোৰ কথাত একো গুৰুত্ব নিদিয়ে। পৰস্পৰে আমি জানো যে আমি তৰ্কৰ খাটিতৰত হে তৰ্ক কৰিছো।

কিন্তু সেই কালু ভাই এদিন আমাৰ ঘৰলৈ আহিবলৈ একেবাৰে



এৰি দিলে। এৰি দিয়াই নহয় তেওঁ গুৱাহাটীৰ পৰাই গুচি গ'ল। হয়তো মাজে সময়ে আহে; মই কেইবা ঠাইতো খবৰ কৰি গম পাইছিলো তেখেতে অসমতে আছে। দুই-এবাৰ গুৱাহাটীলৈও আহি গৈছে। কিন্তু কোনো দিন আৰু আমাৰ ঘৰলৈ অহা নাই।

এনিশাই প্ৰায়ে সোধে, "খুৰা, কালু কাকা ক'ত গ'ল? তুমি লগ পোৱানে? জানা খুৰা, কালু কাকাৰো এজনী ছোৱালী আছে একেবাৰে মোৰ দৰে···। বাৰু খুৰা, কালু কাকা তেওঁৰ ছোৱালী-জনীৰ ওচৰলৈ গ'লগৈ নেকি?"

'এনিশা'ৰ প্ৰশ্নবোৰৰ অৱশেষত এটা উত্তৰ বিচাৰি পাওঁ। মই কওঁ, "কালু কাকা, তোমাৰ নিচিনা ছোৱালীজনীৰ ওচৰলৈ গ'লগৈ। ছোৱালীজনীয়ে সদায় তেওঁক বিচাৰি কান্দি থাকে; সেইবাবে গ'লগৈ।"

লাহে লাহে কালু কাকাৰ কথা এনিশাই পাহৰি পেলালে। তাই ডাঙৰ হ'ল, বহু কথা জনা হ'ল, বুজা হ'ল। বহু নতুন মানুহৰ মৰমে তাইক আবৰি ধৰিলে। সেইবোৰ মৰমৰ মাজত কালু কাকাৰ স্মৃতি তাই হেৰুৱাই পেলালে।

বহু দিনৰ আগৰ কথা। এদিন আনদিনাৰ দৰেই বহু সময় কালু কাকাৰ লগত কটাই দি কিবা এক ডাঙৰ ৰহস্য উদ্‌ঘাটন কৰাৰ দৰে আহি তাই মোক একে উশাহতে ক'লেহি, "জানা খুৰা, কালু কাকাৰ এজনী ছোৱালী আছে, ঠিক···।"

এনিশাৰ কথাত মই সশব্দে হাঁহি দিলো, "হয় নেকি? মই আকৌ জনাত কেবাজনীও···

"কেবাজনীও?" এনিশাই আচৰিত হৈ ক'লে, "নহয় যোৱা, তুমি এনেয়ে কৈছা, মোক কৈছে এজনী ছোৱালী আছে; ঠিক মোৰ দৰে দেখিবলৈ।"

"কালু কাকাৰ গোটেই কেইজনী ছোৱালী তোমাৰ দৰে", মই

ক'লো, "তোমাৰ বয়সৰ যিমানবোৰ ছোৱালী আছে সেই সকলোবোৰ কালু কাকাৰ ছোৱালী···"

"ইচ্, নহয় যোৱা, তুমি মিছা কথা কৈছা।" এনিশাই মুখখন ওফোন্দাই ক'লে, "বাৰু এইবাৰ আহিলে মই তোমাৰ কথা কই দিম, সুধিবাচোন মই যদি মিছা কৈছো···"

এনিশাই মোৰ ওচৰত ইমান ডাঙৰ খবৰটো দি মোক অকণো আচৰিত কৰিব নোৱাৰি খবৰটো মাকক দিবলৈ দৌৰ মাৰিলে। ময়ো গোটেই কথাটোত একো গুৰুত্ব দিয়া নাছিলো। কাৰণ, মই ভাবিব পৰা নাছিলো যে কালু ভাইৰো এজনী ছোৱালী থাকিব পাৰে। মই জনাত গোটেই জীৱন গান্ধী-বিনোৱাৰ আদৰ্শত জীৱন অৰ্পণ কৰা এইজন এজন সম্পূৰ্ণ সংসাৰ বিৰাগী মানুহ। তেখেতে নিজেই কৈছিল, বাৰ বছৰ বয়সতে ঘৰৰ পৰা যি ওলাই আহিছিল, তাৰ পিচত আৰু কোনোদিন ঘৰমুৱা নহ'ল; প্ৰথম অৱস্থাত স্বাধীনতা আন্দোলন আৰু স্বাধীনতাৰ পিচত গান্ধী-বিনোৱাৰ আদৰ্শ আৰু দৰ্শন দেশে দেশে, গাৱেঁ-ভূয়েঁ প্ৰচাৰ কৰিয়েই জীৱনটো কটাই দিলে। এতেকে এনে এজন মানুহে যে কেতিয়াবা বিয়া কৰাইছিল, তেখেতৰ যে পৰিবাৰ, সন্তান আদি আছিল সেই কথা এনিশাই নালাগে স্বয়ং কালু ভায়ে আহি ক'লেও মই বিশ্বাস কৰিব নোৱাৰিলোহেঁতেন।

কিন্তু যি কথা অবিশ্বাস্য বুলি ভাবিছিলো, সেই অবিশ্বাসেই এদিন সত্য ৰূপে প্ৰমাণিত হ'ল। এনে এক অবিশ্বাস্য সত্যক গ্ৰহণ কৰিব লগা হ'ল বৰ নিৰ্ম্মমভাৱে গোটেই জীৱন জুৰি।

ঘটনাটো এনেদৰে ঘটিছিল।

মোক ব্যতিব্যস্ত কৰাৰ কেইদিন মানৰ পিচতে কালু ভাই আকৌ আহিছিল। মই ক'ৰবালৈ যাবলৈ ওলাইছিলো। কালু ভাইক দেখি মই ড্ৰইংৰূমত এনেয়ে অলপ ৰ'লো। মোক দেখাৰ লগে



লগে এনিশাই চিঞৰি উঠিল, "খুৰা, তুমি সোধাচোন, মই যদি মিছা কৈছো।"

"কি মিছা কৈছা, মাজনী ?" কালু ভায়ে এনিশাৰ ফালে চাই সুধিলে।

"আপোনাৰ যে এজনী ছোৱালী আছে ঠিক মোৰ দৰে, সেই কথা খুৰাই মিছা বুলি কৈছে।"

"ধেৎ দুষ্ট ছোৱালী", মই ক'লো, "মই ক'ত মিছা বুলি কৈছো ? মই কৈছো তোমাৰ বয়সৰ যিমানবোৰ ছোৱালী আছে, সকলো কালু কাকৰে ছোৱালী।"

"অ' অ", ঠিক কিবা এটা মনত পৰাৰ দৰে ককাইদেৱেও মাত লগাই দিলে, "এই মোকো কিবা কৈ আছে, আপোনাৰ বোলে এজনী ছোৱালী আছে, ঠিক এইৰ দৰে দেখিবলৈ···"

কথাষাৰ কৈ ককাইদেউৱে সশব্দে হাঁহি দিলে। সেই হাঁহিৰ লগত মই আৰু তামোলৰ বটাটো লৈ ওলাই অহা নবৌৱেও যোগ দিলেহি।

কিন্তু হাঁহিব নোৱাৰিলে কেৱল কালু ভায়ে। মোৰ এনে লাগিল যেন আমাৰ হাঁহিত যোগ দিব নোৱাৰি মানুহজন বিমূঢ় হৈ পৰিল, তেখেতৰ মুখত সদায় লাগি থকা হাঁহিটো যেন হঠাৎ নাইকিয়া হৈ গ'ল।

কথাটো সম্ভৱ ককাইদেউৱেও লক্ষ্য কৰিলে। সেইবাবে তেওঁ অলপ গহীন হৈ লজ্জিত হোৱাৰ দৰে ক'লে, "আমি দুঃখিত, অন্ততঃ আপোনাৰ ব্যক্তিগত জীৱন সম্পৰ্কে একো নাজানি যদি কিবা দুখ দিছো······"

ককাইদেউৰ কথাষাৰৰ লগে লগে নবৌ আৰু মোৰ মুখ দুখনো লাজত তলমুৱা হৈ গ'ল। কিবা এক ভয়ৰ চাৱনীয়ে নবৌৱে এবাৰ ককাইদেউলৈ আৰু এবাৰ মোলৈ চাবলৈ ধৰিলে।

"নাই নাই, তেনে কোনো ব্যক্তিগত জীৱন মোৰ নাই।" এইবুলি

অলপ জোৰ কালু ভায়ে কৰি হাঁহিবৰ চেষ্টা কৰিলে আৰু এনিশাক কাষলৈ টানি আনি ক'লে, "তোমাৰ খুৰাই ঠিক কথা কৈছে, তোমাৰ বয়সৰ যিমান-বোৰ ছোৱালী আছে, সেই সকলোবোৰ মোৰে ছোৱালী......"

"এ নহয়।" এনিশাই প্ৰতিবাদ কৰি ক'লে, "আপুনি মিছা কথা কৈছে।"

লগে লগে এনিশালৈ ঘোপাকৈ চাই ককাইদেউৱে ধমক দিলে, "দুষ্ট ছোৱালী, ডাঙৰক কেনেকৈ কথা কব লাগে নাজানা ? এইবোৰকে শিক্ষা পাইছা।"

ককাইদেউৰ ধমক খাই মুখখন ওন্দোলাই এনিশা ভিতৰলৈ সোমাই গ'ল। কালু ভায়ে বহুবাৰ মাতিও তাইক বাহিৰলৈ উলিয়াই আনিব নোৱাৰিলে।

লগে লগে কালু ভাইৰ ছোৱালীৰ প্ৰসঙ্গটোও তল পৰিল। ককাই-দেউৱে হঠাৎ পৰিবেশটো বেয়া হৈ যোৱাৰ বাবে কথাৰ মোৰ সলাবলৈকে বিনোৱাজী অসমত যে পদযাত্ৰা কৰা কথা আছে, সেই কথা উলিয়ালে। ময়ো তেখেতৰ পৰা বিদায় লৈ মোৰ কামত ঘৰৰ পৰা ওলালো।

তাৰ পিচদিনা কালু ভাই আকৌ আহিল। পিচদিনা ইমান পুৱাই তেওঁ অহা বাবে আমি সকলো আচৰিত হৈছিলো। আমাক সকলোকে আৰু আচৰিত কৰি তেখেতে আনদিনাৰ দৰে এনিশাক নিবিচাৰি নিশব্দে চকী এখনত বিমূঢ় হৈ বহি পৰিল। অনুমান হৈছিল মানুহজন যেন গোটেই নিশা উজাগৰে আছিল।

এনে এক অসময়ত অহা দেখি ককাইদেউ, নবৌ আৰু মই তেখেতৰ ওচৰ পালোহি। তেখেতৰ গম্ভীৰ মুখখনলৈ চাই আমি কেনেকৈ কথা আৰম্ভ কৰিম তাৰ একো আঁত বিচাৰি পোৱা নাছিলো।

অৱশেষত তেখেতে নিজেই কথা আৰম্ভ কৰিলে—

"মই কালি আপোনালোকক মিছা কথা কৈছিলো, এনিশাই ঠিকেই কৈছিল; মোক ক্ষমা......"



কালু ভাইক কথা শেষ কৰিবলৈ নিদি ককাইদেউৱে অপৰাধীৰ দৰে কৈ উঠিল, "নাই নাই, আপুনি মিছাকৈ কথাটো seriously লৈছে। বৰং আপোনাৰ ব্যক্তিগত জীৱন লৈ আমি এনেদৰে আলোচনা কৰাৰ কাৰণে আমিহে অপৰাধী, আমিহে ক্ষমা বিচৰা উচিত।"

"নহয় নহয়", কালু ভায়ে বাধা দি উঠিল, "আপোনালোকৰ একো দোষ নাই, এনিশাৰো নাই। আপোনালোকেই নহয়, সকলো মানুহেই জানে মই অবিবাহিত। কিন্তু সেই কথা সঁচা নহয়, মোৰ পত্নী আছে, মোৰ এজনা ছোৱালী আছে, ঠিক এনিশাৰ দৰে। মই যে ইয়ালৈ আহোঁ একমাত্ৰ এনিশাৰ কাৰণে, এনিশাৰ মাজত মই মোৰ ছোৱালীজনীক বিচাৰি পাওঁ।"

একেলগে কথাখিনি কৈ কালু ভাই অলপ ৰ'ল ; মোৰ এনে লাগিল তেখেতে যেন কিছু উত্তেজিত হৈ পৰিছে। চকুৰ পাহি কেইটা অলপ সিক্ত হৈ পৰিছে।

কালু ভায়ে কিছু উত্তেজিত হৈ পৰা দেখি ককাইদেউৱে বাধা দি কিবা এটা কব খোজোতেই তেওঁক বাধা দি কালু ভায়ে পুনৰ কৈ উঠিল—

"মোক বাধা নিদিব। মই সকলো কম, কোনো দিনে মই মোৰ বিষয়ে কাকো কোৱা নাছিলো, কালি গোটেই নিশা ভাবিলো, মোৰ নিজৰ ছোৱালীজনীৰ প্ৰতিচ্ছবি দেখা এনিশাৰ মুখখনে গোটেই নিশা মোক অপৰাধী বুলি, পলৰীয়া বুলি, মিছলীয়া বুলি যেন উপহাস কৰিছে। সঁচা কথা, মই এটা পলৰীয়া, an escapist......

ইয়াৰ পিচত কালু ভায়ে আৰম্ভ কৰিলে এটা সম্পূৰ্ণ বেলেগ কাহিনী...!

"কালু ভায়ে এদিন সঁচাকৈ বিয়া কৰিছিল। কিন্তু বিয়াখন গতানু-গতিকতাৰ বাহিৰত বাবেই গোটেই বংশ পৰিয়ালৰ লগত কালু ভাইৰ বিচ্ছেদ হ'ল।

…কালু ভাই নিজে আছিল ব্ৰাহ্মণ। কিন্তু মহাত্মাৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ এদিন বিয়া কৰাইছিল। এজনী হৰিজন ছোৱালীক সকলো বাধা-নিষেধ অতিক্ৰম কৰি, এখন সমাজ ত্যাগ কৰি, অন্য এক নতুন গঢ়াৰ আদৰ্শৰে অনুপ্ৰাণীত হৈ এক নতুন জীৱন আৰম্ভ কৰিছিল …কিন্তু, কালু ভাইৰ সেই জীৱন দীৰ্ঘস্থায়ী নহ'ল, তেওঁলোকৰ বৈবাহিক জীৱনত কেৰোণে ধৰিলে। এজনী ছোৱালী জন্ম হোৱাৰ পিচত এদিন তেওঁলোকৰ বিচ্ছেদ হ'ল।

…কালু ভায়ে কৈছিল, "বিবাহিত জীৱন মাথো এক আদৰ্শ নহয়; মই মাথো এক আদৰ্শৰহে প্ৰেমত পৰিছিলো। সেই তেজ-মঙহৰ ছোৱালীজনীৰ যে প্ৰেমত পৰা নাছিলো সেইয়া বহুত দেৰিকৈহে উপলব্ধি কৰিলো। A conjugal life is something more, perhaps a combination of emotional, intellectual and sexual adjustment.…আমাৰ মাজত দিন বাঢ়ি অহাৰ লগে লগে আমাৰ ব্যৱধানবোৰ আমি বুজি উঠিছিলো। আমাৰ বিচ্ছেদৰ কাৰণ সকলোৱে ভাবিছিল মোৰ নিচিনা এজন ব্ৰাহ্মণ সন্তানে এজনী হৰিজন ছোৱালী বিয়া কৰাটোৱেই; কিন্তু সি সম্পূৰ্ণ মিছা কথা, সেই ছোৱালী-জনী যদি এজনী ব্ৰাহ্মণ ছোৱালীও হ'লহেঁতেন তেতিয়াও আমাৰ বিচ্ছেদ হ'লহেঁতেন। কিন্তু এই কথা মই কাকো বুজাব নোৱাৰিলো, মোৰ বংশ-পৰিয়াল, বন্ধু-বান্ধৱ সকলোৰে ওচৰত পৰাজিত নৈতিক অপৰাধীৰ দৰে মাথো ঠিয় হৈছিলো। অৱশেষত মই পলাবলৈ বাধ্য হৈছিলো, সুদূৰ গুজৰাটৰ পৰা আহি অসম পালোহি; সকলোৱে মোক ইয়াত জানে গান্ধী-বিনোৱাৰ আদৰ্শত জীৱন উৰ্চগা কৰা এক অবিবাহিত মানুহ। মোৰ অতীতৰ কথা কোনেও প্ৰশ্নও কৰা নাই; গান্ধীৰ নাম লৈ মাথো জীৱনৰ পৰা পলাবলৈ বাট বিচাৰিছো…… তথাপি কেতিয়াবা কিবা এক মোহে মোক টানি আনে, সেই মোহৰ কাৰণেই এনেকৈ মই এনিশাৰ কাষত ঘণ্টাৰ পিচত ঘণ্টা কটাই যাওঁ।"



কথা কৈ কৈ আবেগত মানুহজনৰ চকুহাল সেমেকি উঠিল।

আমি সকলো নিৰ্ব্বাক। এক বোবা বেদনাত আমাৰ সকলোৰে মন ভাৰাক্ৰান্ত। ককাইদেউ, নবৌ, মই—আমি কোনোৱেই এনে এটা কাহিনী শুনিবলৈ কোনো দিনে প্ৰস্তুত হোৱা নাছিলো।

আমি কিহেৰে তেখেতক শান্তনা দিম, কেনেকৈ বুজাম তাৰ একো ভাষা বিচাৰি নাপালো।

এই কাহিনী শুনাৰ পিচত আৰু কালু ভাইক আমি লগ পোৱা নাই। সেইদিনাৰ পিচত আৰু কোনো দিনেই তেখেত আমাৰ ঘৰলৈ নাহিল।

বহুদিন এনিশাই প্ৰশ্ন কৰিছিল, "কালু কাকা কলৈ গ'ল? আমাৰ ঘৰলৈ কিয় নাহে?"

সেই প্ৰশ্নৰ উত্তৰ মই কোনো দিন দিব পৰা নাই; নবৌ, ককাইদেউ কোনেও দিব পৰা নাই।

অৱশেষত এনিশাই সেই প্ৰশ্ন কৰিবলৈ এৰি দিলে। হয়তো তাই কিবা বুজি পাইছিল, হয়তো ডাঙৰ হৈ অহাৰ লগে লগে বহু নতুন মানুহৰ চিনাকিয়ে, নতুন মানুহৰ মৰমে তাইৰ মনৰ পৰা কালু ভাইৰ স্মৃতি মুছি পেলাইছিল।

হঠাৎ কালু ভাইক মই এনেদৰে লগ পাম বুলি কেতিয়াও আশা কৰা নাছিলো।

মোৰ এনে লাগিছে, মই যেন কালু ভাইক কোনোদিনে লগ নোপোৱা হলেই ভাল আছিল।

## ॥ সাত ॥

আমি যেতিয়া কেম্পৰ পৰা উভতি আঁহিছিলো, তেতিয়া প্ৰায় নিশা আঠমান বাজিছে। মিচেচ্ মূৰ্ত্তিক মই আকৌ এবাৰ লগ পাইছিলো। 'হেল্লো' বুলি কৈ মোৰ কাষৰ পৰা কিবা কামত খুউব ব্যস্ততা দেখুৱাই আঁতৰি গৈছিল।

মই এই ব্যস্ততাৰ কাৰণ একো ধৰিব পৰা নাছিলো। অলপ পিচত গম পালো, সন্ধিয়া মহিলাসকলৰ কিবা এক বিশেষ আলোচনা চক্ৰ আছে; বিষয়টো হ'ল—"সুৰাসক্ত আৰু ব্যাভিচাৰী পুৰুষক সুপথে অনাত স্ত্ৰীৰ কৰ্ত্তব্য।" আলোচনা চক্ৰৰ সভানেত্ৰী আছিল মিচেচ্ শোভামূৰ্ত্তি।

তেওঁ খুউব সম্ভৱ মোৰ উপস্থিতি কামনা কৰা নাছিল। সেইবাবে মোৰ কাষৰ পৰা এনেদৰে আঁতৰি গ'ল।

আলোচনা চক্ৰৰ উদ্যোক্তা দুজনমান আহি মোৰ ওচৰতে অনুৰোধ কৰিলেহি যে ময়ো যাব লগে আলোচনা চক্ৰলৈ।

মই সুধিছিলো, "কোনোবা আৰু বাহিৰৰ সাংবাদিক আহিছে নেকি ?" উত্তৰত যেতিয়া 'নাই' বুলি কলে, মোৰ যোৱাৰ স্পৃহা কমি আহিল। অন্ততঃ মিচেচ্ মূৰ্ত্তিৰ মুখত "সুৰাসক্ত আৰু ব্যাভিচাৰী পুৰুষক সুপথে অনাও স্ত্ৰীৰ কৰ্ত্তব্য" সম্পৰ্কে বক্তৃতা শুনাৰ ধৈৰ্য্য নাছিল। সেইবাবে উদ্যোক্তা এজনক ক'লো, "আপোনালোকে এটা সৰু ৰিপ'ৰ্ট কৰি মোক দিব, মই আমাৰ কাগজলৈ পথাই দিম।"

নিৰ্ম্মালী-বৌও যেতিয়া আলোচনা চক্ৰলৈ যাবলৈ ওলাল, মই বৰ অকলশৰীয়া যেন অনুভৱ কৰিলো। বৌৱে সুধিছিল, "তুমি



নোযোৱা ?" উত্তৰত 'নাযাওঁ' বুলি কৈ ক'লো, "মই অলপ ওলাই যাওঁ; তোমাক নিবলৈ কেতিয়া আহিম, নে অকলে যাব পাৰিবা ?"

বৌৱে কলে, "আহিবা, আহিবা, মই তোমালৈ ৰৈ থাকিম; সাত —চাৰে সাতটাৰ ভিতৰতে আহিবা।"

মইও আহিম বুলি কৈ ওলাই আহিলো।

ইতিমধ্যে সন্ধ্যা লাগো লাগো হৈছিল। কেম্পৰ পৰা ওলাই এটা চিগাৰেট জ্বলাই ললো। বহু সময় চিগাৰেট নোখোৱাৰ কাৰণে মগজটোৱে একো কাম কৰিব নোৱাৰা হৈছিল। মূৰটো খুউব কামুৰিছিল।

চিগাৰেটটোত হোপা কেইটামান মাৰি বেচ সকাহ পালো। এতিয়াহে যেন মোৰ মগজটো বহু পৰিষ্কাৰ হৈছে।

"Excuse me, আপুনি……তুমি……"

মই মন কৰিলো, এজন মানুহে যেন মোকেই কিবা এটা কব খুজিছে। মই ঘূৰি চাই অকণমান কাষ চাপি গ'লো।

"আৰে পূৰ্ণেন্দু দেখোন, ক'ৰ পৰা……"

মই গৈ কলেজীয়া দিনৰ বন্ধু পূৰ্ণেন্দুক সাৱট মাৰি ধৰিলো। ইমান দিনৰ মূৰত ইয়াত আহি হঠাতে তাক লগ পাম বুলি ভবাই নাছিলো।

পূৰ্ণেন্দুৱে কলে, "কাইলৈ কিবা এটা হ'ব নহয় ? মন্ত্ৰী আদি আহিব, তেওঁলোকৰ নিৰাপত্তাৰ কাৰণে……"

মই সুধিছিলো, "কি, তই আজিকালি পুলিচত নেকি ?"

"ইণ্টেলিজেন্স্ ব্ৰান্স্"ত, পূৰ্ণেন্দুৱে কৈছিল, "তই পিচে…?"

"ময়ো সেই মন্ত্ৰীৰ ডিউটীতহে আহিছো।"

"মিনিষ্টাৰৰ ডিউটী ?" আচৰিত হৈ পূৰ্ণেন্দুৱে কলে, "তই লিখকহে…"

"কথা একেটাই", হাঁহি হাঁহি মই ক'লো, "তই মিনিষ্টাৰৰ ইমিডিয়েট চিকিউৰিটিৰ কাৰণে আহিছ, কাইলৈ মিটিংখন শান্তিপূৰ্ণ-

ভাৱে শেষ হলেই তোৰ 'ডিউটি' শেষ। কিন্তু মই 'মিনিষ্টাৰৰ ফিউচাৰ চিকিউৰিটি'ৰ কাৰণে আহিছো।"

"মানে ?"

"মানে কাইলৈ মন্ত্ৰী বিজয়শঙ্কৰ বৰুৱাই যি ক'ব, গান্ধীবাদী নেতাৰ সুন্দৰ বক্তৃতাটো আমি সজাই-পৰাই কাগজত প্ৰকাশ কৰিব লাগিব। মই মন্ত্ৰীৰ এনে এক 'ইমেজ' সৃষ্টি কৰিব লাগিব যাতে অহা নিৰ্ব্বাচনত তেওঁ জিকাৰ পথটো অধিক সুচল হৈ পৰে।"

"অ' তই তেনেহলে বৰ ডাঙৰ মানুহ," পূৰ্ণেন্দুৱে ক'লে, "তহঁতক মন্ত্ৰীয়েও খাটিব···"

"খাটিব নহয় অ' " মই ক'লো, "আমাক বান্দৰৰ দৰে নচুৱাই ; বাৰু বাদ দে সেইবোৰ, আহ অন্য কথা পাতো।"

আমাৰ কথাই অন্যফালে ঢাল খালে। কলেজ এৰাৰ পৰা হোৱা পৰস্পৰৰ জীৱনৰ প্ৰায়বোৰ কথাই পাতিলো।

সৰু চহৰখনৰ ৰাস্তা কেইটা শেষ হোৱাৰ পিচত পূৰ্ণেন্দুৱে ডাক-বাংলোলৈ লৈ গ'ল। কিছু সময় বহাৰ পিচত সাতটা বাজিবৰ হোৱা দেখি মই তাক ক'লো, "মই যাওঁ, বহু দেৰি হ'ল...."

"এতিয়াই যা'বনে ?" পূৰ্ণেন্দুৱে ক'লে, "সাত বাজিছেহে, এতিয়াই গৈ কি কৰিবি ?"

"নিৰ্ম্মালী-বৌ, মানে অপুদা মনত আছে নহয় ?"

"কোন অপুদাদা ?

"সেই যে অপূৰ্ব্ব হুৱৰা, যাৰ লিখনিৰ তই অতি ভক্ত আছিলি এসময়ত, তেওঁৰ পৰিবাৰ, নিৰ্ম্মলী-বৌ। বৌ মোৰ কাৰণে ৰৈ থাকিব, সেই 'গান্ধী শতবাৰ্ষিকী পালন' কমিটিৰ কেম্পত। তাতে অথনি থৈ আহিছিলো······"

"অ।"

মই মন কৰিলো, মোৰ কথা শুনি পূৰ্ণেন্দু যেন অলপ গহীন হৈ পৰিল। তাৰ মুখৰ ভাবান্তৰ বৰ সহজে মোৰ চকুত ধৰা পৰিল।



সেইবাবে সুধিলো, "কি হ'ল, তই দেখোন একেবাৰে গহীন হৈ গ'লি ?"

"নাই, নাই, বাৰু by the way, এটা কথা সোধো, তোৰ অপুদাদা কোনো Leftist partyত যোগ দিছে নেকি ?"

"মানে ?" মই হাঁহি মাৰি কলো, "মই কেনেকৈ কম, তই ইণ্টেলিজেন্স্ ব্ৰান্স্‌ৰ মানুহ, তইহে কব পাৰিবি······"

"নহয়, মই 'চিৰিয়াচ্‌লি' কৈছো, we are expecting some troubles tomorrow—, অপূৰ্ব্ব হুৱৰাৰ বিষয়ে report বৰ ভাল নহয়······"

"মানে ?"

"মানে তেওঁক যেই কোনো সময়তে 'এৰেষ্ট্' কৰিব পাৰে। বাৰু বাদ দে এইবোৰ, তই একো নকৰিগৈ এইবোৰৰ বিষয়ে। কেও একো কৰিব নোৱাৰ। মিছাকৈ বৌয়েৰে গম পালে বেচি চিন্তা কৰিব।"

"নাই নাই, মই নকওঁ, তই নিশ্চিন্ত থাক······

মোৰ লগতে পূৰ্ণেন্দুও ওলাই আহিছিল। সি মোক কেম্পত থৈ থানালৈ গৈছিল। মই বৌৰ ওচৰ পালোগৈ। বৌৱে কলে, "ইমান দেৰি কৰিলা ? মই বৈ বৈ ভাগৰি পৰিলো।"

মই একো উত্তৰ নিদিলো। কিন্তু বৈ বৈ ভাগৰি পৰা মানুহজনী যেতিয়া কেম্পৰ পৰা ইজনীক মাত লগাই সিজনীক কিবা এটা কৈ, এক মিনিট বুলি কৈ দহ মিনিট বৈ যেতিয়া স্কুলৰ গেটখন পাৰ হৈছিল তেতিয়া প্ৰায় আৰু এঘণ্টা সময় পাৰ হৈ গৈছিল।

নিৰ্জ্জন ৰাস্তাটোৱেদি খোজ কাঢ়িছিলো। এবাৰ বৌক সুধিলো, "ৰিক্সাত যাবা ?" বৌৱে কৈছিল, "নালাগে এনেয়ে ভাল লাগিছে। এনেদৰে মই বহুদিন ফুৰা নাই।"

পূৰ্ণিমালৈ হয়তো আৰু দুই-এদিন হে বাকী। জোনটোৱে ঠিক কাঁহি এখনৰ আকাৰ লৈছে।

আমাৰ কাৰো মুখত কোনো শব্দ নাই। বহু সময় নীৰৱ হৈ থকাৰ কাৰণে মই ক'লো, "কিবা এটা কোৱাচোন, একেবাৰে নীৰৱ হৈ আহিছা দেখোন ?"

"কি কম ?" বৌৱে এটা হুমুনিয়াহ কাঢ়ি কোৱাৰ দৰে ক'লে, "কব লগা কথাবোৰ শেষ হৈ গৈছে।"

"মানে ?" মই ক'লো, "বাৰু বাদ দিয়া এইবোৰ। জোনাকখিনি বৰ ভাল লাগিছে, নহয় ?"

"অঁ, এনে জোনাক বহু দিন দেখা নাই।"

"দেখা নাই মানে ?" মই আচৰিত হৈ সুধিলো, "এনেকুৱা জোনাকৰ হোৱা নাই নেকি ? বহুদিন ইয়াত বৰষুণ আদি হৈ আছে নেকি ?"

"নাই হোৱা।" এটা সেঁতা হাঁহিৰে বৌৱে কলে, "মানে এনেকুৱা জোনাকৰ কথা মই বহুদিন অনুভৱ কৰা নাই।"

"অ' সেই কথা", অলপ বৈ মই হাঁহি মাৰি কলো, "বিয়াৰ পিচত তোমালোক আমাৰ গুৱাহাটীৰ ঘৰলৈ যোৱা কথা মনত পৰেনে ?"

"অঁ, কিয় নপৰিব ?"

"সেই যে গৰম বুলি দীঘলী পুখুৰীৰ পাৰত ফুৰিবলৈ গৈ তোমালোক বহু নিশালৈকে অহা নাছিলা, মই দুৱাৰ মাৰিম বুলি কৈ মাইঁতক শুবলৈ পঠাই তোমালোকৰ অপেক্ষাত যে চোতালখনত ইজি চেয়াৰতে বহি বহি এনে এটা জোনাক নিশা উপভোগ কৰিছিলো...। অৱশ্যে টোপনীয়াইছিলোহে, উপভোগ কৰা বুলি নকলে তোমালোক অপ্ৰস্তুত হৈ যাবাতো..."

বৌৱে মোৰ কথা কোৱাৰ ধৰণটো দেখি সশব্দে হাঁহি দিলে। হাঁহি থামিলত মই সুধিলো, "বাৰু এতিয়া পিচে এনেদৰে জোনাক নিশা তোমালোক ফুৰা নে নুফুৰা ?"

"নাই নুফুৰো।"

"কিয় ?"



"সময় নহয়।"

"সময় নহয় মানে ?" মই ক'লো, "তোমালোক দুটা মানুহ অথচ......"

"সময় বোলা শব্দটো বৰ আচৰিত বস্তু।" বৌৱে ক'লে, "আমাৰ ঘৰখনৰ কথাতো জানাই। 'জইন্ট ফেমেলি,' ইমানবোৰ মানুহ, তথাপিও তোমাৰ দাদাৰ যেতিয়া বিয়াৰ আগতে আমাৰ ঘৰলৈ গৈছিল, অলপমান সময় আমি নিজাকৈ উলিয়াই লব পাৰিছিলো। কিন্তু এতিয়া মাত্ৰ দুটা প্ৰাণী একেটা ঘৰত থাকো অথচ বহু কামৰ কাৰণে আমাৰ পৰস্পৰৰ সময় নহয়......"

মই একো উত্তৰ বিচাৰি নাপালো। পৰিবেশটো হঠাৎ আকৌ গহীন হৈ পৰিল। মোৰ এনে লাগিল বৌক যেন এক কৰুণ 'নষ্টালজীয়া' বোধে আবৰি ধৰিছে। সেইবাবে কোনো ধৰণৰ ধেমালী নাইবা কথা কবলৈ মোৰ সাহস নহ'ল।

আমি আহি বৌৰ ঘৰৰ পদুলীমুখ পালোহি। গেটখন খুলি মই ক'লো, "মই তেনেহলে এতিয়া যাওঁ, কাইলৈ আকৌ......

"যোৱা মানে।" ঠিক আচৰিত হোৱাৰ দৰে বৌৱে সুধিলে, "ক'ত যোৱা তুমি ?"

"কেলৈ ?" মই অলপ হাঁহি ক'লো, "মই য'ত আছো।"

"বাহ, যাওঁ বুলিলেই যাবলৈ দিম।" বৌৱে অকণমান মুখখন গুৰুন্দাই কলে, "ভাতপানী নোখোৱাকৈ যাব নোৱাৰা কলৈকো......

"কিন্তু বিজনে যে......

"থোৱা, থোৱা," মোৰ মুখৰ পৰা কথা কাঢ়ি নি বৌৱে ক'লে, "সেই মদপীটো তোমাৰ কাৰণে ভাত খাবলৈ বৈ থাকিব, সি ক'ত মদ খাই পৰি থাকিব আৰু তুমি গৈ তাৰ কাৰণে হামিয়াই হিকটিয়াই বহি থাকিব লাগিব......"

মই আকৌ প্ৰতিবাদ কৰাৰ চেষ্টা কৰিছিলো, সেই প্ৰতিবাদ নৰজিলে। অৱশেষত বৌৰ কথাতে মান্তি হ'লো।

বৌৱে কলে, ঠিক এঘণ্টাৰ পিচতে ভাত দিব। বৌৱে কথা ৰাখিলে ; ন বজাত মোক ভাত খাবলৈ মাতিলে।

অপুদাদা তেতিয়াও অহা নাই।

বৌক সুধিলো, "তুমি নোখোৱা ?"

"দাদাৰ দেখোন অহা নাই ?"

"তুমি সদায়েই বাট চোৱা নেকি ?"

"নাই, নাই, আজিকালি আৰু সদায় বৈ নাথাকো, তথাপি এতিয়া বেছি দেৰি হোৱা নাই নহয়······তুমি খোৱাচোন।"

মই আৰু বেছি জোৰ নকৰিলো।

ঘৰখনত দুটা প্ৰাণী, এটাক এৰি আনটোৱে খাবলৈ ভাল নোপোৱাতো খুউব স্বাভাৱিক। তথাপি অপুদাৰ বৰ্হিমুখী জীৱনটোৰ ব্যস্ততাই হয়তো আজিকালি বৌক এনে ধৰণৰ সৰু-সুৰা 'চেন্টিমেণ্টেল' হবলগীয়া কথাবোৰ পাহৰাই দিবৰ চেষ্টা কৰিছে।

মই যেতিয়া আহি বিজনৰ ঘৰ পালোহি, তেতিয়া নিশা ঠিক দহ বাজিছে। ঘৰটো একেবাৰে নিস্তব্ধ। মই থকাৰ কাৰণে বিজনৰ প্ৰকাণ্ড 'এলচিচিয়ান্'টো কালি মই অহাৰ পিচৰ পৰা মোৰ অনুৰোধতে বান্ধি ৰখাৰ ব্যৱস্থা কৰিছে।

তথাপি সি মোৰ উপস্থিতিৰ গোন্ধ নিশ্চয় পালে। হঠাতে ওপৰ মহলাৰ পৰা বাঘৰ গোজৰণীৰ দৰে সি ভুকিবলৈ ধৰিলে। তাৰ গোজৰণী শুনিয়েই বিজনৰ বান্ধনি ল'ৰাটো ওলাই আহিল।

তাক দেখি মই সুধিলো, "চাহাৰ অহা নাই ?"

"আহিছে।" সি অলপ ইতস্ততঃ কৰি ক'লে, "আহক এইফালে।" মই লক্ষ্য কৰিলো, সি মোক ঠিক ড্ৰইংৰুমৰ মাজেদি নিব নোখোজি দাঁতিৰ 'কৰিডৰে' দি নিব খুজিছে। মই মন কৰিলো, ড্ৰইংৰুমৰ কোঠাৰ দুৱাৰ সম্পূৰ্ণ বন্ধ। সেইবাবে মই তাক প্ৰশ্ন কৰিলো, "ড্ৰইংৰুমত কোনোবা আছে নেকি ?"



মোৰ প্ৰশ্নটো শুনি সি থতমত খালে। তাৰ পিচত লাহেকৈ ক'লে, "হয়, গেষ্ট আহিছে······"

মই তাক আৰু একো প্ৰশ্ন নকৰিলো। মোৰ কাৰণে থোৱা নিৰ্দ্দিষ্ট ৰুমটোত সোমাব খোজোতেই বান্ধনি ল'ৰাটোৱে মোক লাহেকৈ প্ৰশ্ন কৰিলে, "আপোনাৰ ভাত······"

"ভাত মই খাই আহিছো", বিজনে সুধিলে কবি, "কাইলৈ পুৱা লগ পাম।"

ল'ৰাটো মোৰ কাষৰ পৰা আঁতৰি গ'ল। মই কোঠাটোত সোমাই দুৱাৰখন বন্ধ কৰি দি খিৰিকীখন খুলি দিলো। এজাক চেঁচা বতাহে মোৰ শৰীৰটোৰ বহুখিনি ক্লান্তি আঁতৰাই নিলে।

মনটো সন্দেহেৰে আকৌ ভৰি পৰিছে। ড্ৰইংৰুমৰ দুৱাৰ মাৰি কোন আলহীৰ লগত এনে গোপন আলোচনা কৰিছে! কোনোবা মাইকী মানুহ ? মাইকী মানুহৰ লগত ড্ৰইংৰুমত দুৱাৰ বন্ধ কৰি প্ৰেমালাপ কৰাৰ অৰ্থ নাই, তেনে হোৱা হলে বিজনৰ দৰে মানুহে বেড্ৰুমৰ দুৱাৰ মাৰি······

তেন্তে কোন ? কোনো মদপী, জুৱাৰীৰ আড্ডা বহিছে ?

ওহো সেয়াও হব নোৱাৰে। তাৰ নিজৰ ঘৰত এই ৰাতিখন দুৱাৰ-ঘৰ মাৰি ইমান নিশব্দে মদৰ নাইবা জুৱাৰ আড্ডা কোনেও নামাৰে। অন্ততঃ মোৰ পৰা ইমান গোপনে লুকুৱাই ৰখাৰ কোনো অৰ্থ নাই।

সি মদ খায়, জুৱা খেলে আৰু বহু বেয়া কাম কৰাৰ কথা মই জানো। সি মোৰ আগত কোনো দিন লুকুৱাবলৈ যত্ন কৰা নাই। তেন্তে আজি কিয় সি মোৰ পৰা লুকুৱাব খুজিছে ? ৰান্ধনী ল'ৰাটোক এনেদৰে মোক কোঠালৈ লৈ যাবলৈ হে নিৰ্দ্দেশ বিজনে দিছিল। সেই কথা তাৰ মুখৰ ভাব-ভঙ্গী আৰু বিব্ৰত অৱস্থাটোৰ পৰাই খুউব ভালকৈ ওলাই পৰিছিল।

মই এটা চিগাৰেট জ্বলাই ললো।

কাপোৰখিনি সলাই মই বিচনাত পৰিলো যদিও মোৰ অলপো টোপনি নাহিল। মোৰ কাণ আৰু চকু অনবৰতে সজাগ হৈ থাকিল বিজনৰ সেই ৰহস্যময় ড্ৰইংৰুমটোৰ ফালে।

হঠাৎ শুনিলো, ড্ৰইংৰুমৰ দুৱাৰখন খোল খাইছে। লগে লগে মই মোৰ কোঠাৰ লাইটটো নুমুৱাই দিলো যাতে মই সাৰে থকাৰ উমান বিজনহঁতে নাপায়।

ড্ৰইংৰুমৰ পৰা ওলাই অহা কিছুমান ভৰিৰ শব্দ খোলা খিৰিকী-খনেদি আহি মোৰ কোঠাত সোমাল। মই লাহেকৈ উঠি গৈ খিৰিকীৰ কাষ পালোগৈ।

বাৰান্দাৰ লাইট নুমুৱা আছিল। কিন্তু জোনৰ পোহৰে গোটেই বাৰান্দাখন পোহৰ কৰি ৰাখিছিল। সেই জোনৰ পোহৰত যি তিনিটা মূৰ্ত্তি মোৰ সমুখত জিলিকি উঠিল, তাৰে তৃতীয় মূৰ্ত্তিৰ মুখখন দেখি মই উচপ্ খাই উঠিলোঁ।

বিজয়শঙ্কৰ বৰুৱা!

স্বনামধন্য গান্ধীবাদী মন্ত্ৰী বিজয়শঙ্কৰ বৰুৱাৰ বিজনৰ ড্ৰইংৰুমত গোপন আলোচনা!! লগত সেয়া ৰহস্যময়ী নায়িকা শ্ৰীমতী শোভা-মূৰ্ত্তি, যাৰ নতুন পৰিচয় দিবলৈ আৰু একো নাই—।

মোৰ গোটেই কথাটোত কিবা গূঢ় ৰহস্য থকা যেন লাগিল।

মই দেখিছো বিজয়শঙ্কৰ বৰুৱা, বিজন আৰু মিচেচ্ মূৰ্ত্তি গৈ বিজনৰ গাড়ীত উঠিল। মই ঘড়ীটোলৈ চালো, তেতিয়া নিশা বাৰ বাজিছে।



## ॥ আঠ ॥

"Get up my young boy......" হঠাৎ কোনোবাই গাত ধৰি জোকাৰি দিয়াত মই থকামকাকৈ সাৰ পালো। মই দেখিলো এক ৰহস্যময় হাঁহিৰে মোৰ ফালে চাই মিচেচ্ মূৰ্ত্তি থিয় দি আছে।

"I am realy sorry, তই,...তই এনেকৈ পৰি থকাতকৈ অন্ততঃ মোৰ ৰুমলৈ......"

দেখিলো বিজনৰ মুখখন লাজ লাজ ভাবত ৰঙা পৰি উঠিছে, সি যেন কিবা এক লাজ-অভিমানত কিবা কব খুজিও কব নোৱাৰি অপ্ৰস্তুত হৈছে।

"ডণ্ট্ মাইণ্ড্ বিজন, মোৰ একো অসুবিধা হোৱা নাই......"

"তই তো কৰিয়েই," বিজনে কলে, "আফটাৰ্ অল্ ইউ আৰ্ মাই গেষ্ট্, মই তোক জোৰ কৰি লৈ আনিছিলো, সঁচাকৈয়ে মই....আই এম্ ৰিয়েলি'......

"লেট আচ্ ফৰগেট্ ইট্ এজ্ এ বেড্ ড্ৰীম......"

"ইউ চাট্ আপ্।"

হঠাৎ দেখিলো বিজন খঙত জ্বলি উঠিল। কিবা এক নকবলগীয়া কথা কলে যিদৰে পিচ মুহূৰ্ত্ততে খুউব কথকী মানুহবোৰে গহীন হৈ পৰাৰ চেষ্টা কৰে; সেই দৰে মিচেচ্ মূৰ্ত্তিও গহীন হৈ পৰিল।

"ড'ণ্ট্ বি চিলি, বিজন, চি ইজ্ ৰাইট্, মিচেচ্ মূৰ্ত্তিয়ে ঠিকেই কৈছে; লেট আচ্ ফৰগেট্ ইট্ এজ্ এ বেড্ ড্ৰীম"।

কথা কৈ কৈ মই চোফাখনত বহি পৰিলো।

"তইতো তেনেদৰে কৰিয়েই," বিজনে কলে, "এনেকৈ কোৱাৰ

বাহিৰে তোৰ অন্য কোনো উপাই নাই…। মিচেচ্ মূৰ্ত্তিয়ে কব পাৰে ; কাৰণ, তেওঁৰ কাৰণে তই, 'ইউ আৰ্ ন' ম'ৰ দেন্ হাফ্ হান্‌ড্ৰেড্‌চ্ ফ্ৰেণ্ডচ্'……

'হোৱাট্ ডু ইউ মিন্'? মিচেচ্ শোভামূৰ্ত্তিয়ে এইবাৰ অলপ অভিযোগেৰে ক'লে, "তুমি কব খোজা নেকি 'হি ইজ্ নট মাই গুড ফ্ৰেণ্ড্'?"

"মই সেইতো কব খোজা নাই।" বিজন কলে, "বাট ড'ন্ট্ ট্ৰাই টু কম্পেয়াৰ ইট্ উইথ্ আৱাৰ্ ফ্ৰেণ্ডচিপ্।"

এইবাৰ শোভামূৰ্ত্তিয়ে একো উত্তৰ নিদিলে।

মই পৰিস্থিতিটো কিছুহ'ৰ পাতল কৰি দিবৰ কাৰণে অলপ ডাঙৰকৈ হাঁহি কলো, "মই জানো বিজন, তই লাজ পাইছ। ধৰি লৈছো তই মোৰ এটা নিশা নষ্ট কৰি দিছ। 'বাট হোৱাট্ ৰাইট্ ইউ হেভ্ টু স্পইল্ দিচ্ ফাইন্ মৰ্ণিং?"

মোৰ কথাৰ সুৰ শুনি মিচেচ্ শোভামূৰ্ত্তিয়েও সশব্দে হাঁহি দিলে। সেই হাঁহিৰ লগত বিজনেও লাজ লাজকৈ যোগ দিলে।

মই এইবাৰ বহাৰ পৰা উঠি ঘড়ীটোলৈ চাই দেখো চাৰে সাত বাজিল। "আই এম্ ছৰী, চাৰে সাত বাজিল, এঘণ্টাৰ ভিতৰত আমি গৈ ফিল্ড্ পাবগৈ লাগিব। বিজন তই যাবি নেকি?"

"মই?" কিবা এটা নুশুনিব লগা কথা শুনাৰ দৰে ক'লে, "নাই, মই নাযাওঁ, দৰ্কাৰ হ'লে মই তহঁতক ড্ৰপ কৰি থৈ আহিব পাৰো।"

"নোযোৱা?" মিচেচ্ মূৰ্ত্তিয়ে অলপ আচৰিত হৈ ক'লে, "তুমি আজিৰ 'ফ্যাঙ্‌চন্'টোৰ কাৰণে পাঁচ হেজাৰ টকা দান দিব পাৰিছা, ইউ আৰ্ ওৱান অব দ্যা পেট্ৰন……"

এইবাৰ সশব্দে বিজনে হাঁহি মোলৈ চাই ক'লে, "মোৰ এটা গল্প মনত পৰিছে বুজিছ, এবাৰ এজন দানবীৰে এখন কলেজ দান কৰিলে, তেখেতৰ দানেৰে কলেজখন নিৰ্ম্মাণ হোৱাৰ বাবে কলেজখনৰ নামো সেইজনা দানবীৰৰ নামতে থলে। পিচে নামটো দিয়ে কৰ্ম্মকৰ্ত্তাসকল



ক্ষান্ত নাথাকিল, কলেজৰ দুৱাৰ মুখত এটা দানবীৰৰ পইছাৰে ব্ৰঞ্জৰ মূৰ্ত্তিও নিৰ্ম্মাণ কৰি সেই দানবীৰক সেই মূৰ্ত্তি উন্মোচন কৰিবলৈ আমন্ত্ৰণ জনালে। পিচে এনেতে কোনোবা চকু-চৰহাই আঙুলিয়াই দিলে, জীৱিত কালত নিজৰ মূৰ্ত্তি প্ৰতিস্থা কৰি কোনোবাই নিজে উন্মোচন কৰেনে? তেতিয়াহে বাকীসকলৰ জ্ঞান আহিল। পিচে এতিয়া কৰিব কি? মূৰ্ত্তিটোও ভাঙি পেলাব নোৱাৰে, সেই কাৰণে অৱশেষত ঠিক কৰিলে কলেজৰ পইছাৰে কেইখনমান ক'লা কাপোৰ আনি মূৰ্ত্তিটো ঢাকি থৈ সেই দানবীৰৰ মৃত্যুলৈকে বাট চোৱা যাওক। পিচে দিন গৈছেহে গৈছে, সেই দানবীৰৰ মৃত্যু হোৱা নাই।"

বিজনে কোৱাৰ ধৰণটোত আমি নাহাঁহি নোৱাৰিলো। কথাষাৰ মোৰো মনত পৰিল, কেই বছৰ মানৰ আগতে বাতৰিটো আমাৰ কাগজলৈও আহিছিল। পিচে কলেজ কৰ্ত্তৃপক্ষই বৰ হাতে-ভৰিয়ে ধৰি জানিবা বাতৰিটো প্ৰকাশ হোৱাৰ পৰা বিৰত কৰিছিল। কিন্তু এই কথাষাৰ লৈ আমাৰ সাংবাদিক মহলত কেই দিনমান বেচ জমিছিল। হাঁহি থামিলত সেইবাবে মই ক'লো, "তয়ো ক'ৰবাত সেই দানবীৰৰ দৰে এটা প্ৰস্তৰ মূৰ্ত্তি হৈ গান্ধীৰ লগত শাৰী পূৰাব লাগিব বুলি ভয় কৰিছ নেকি?"

"সেই ভয় মোৰ নাই," বিজনে কলে, "ভয় মাথো মিচেচ্ মূৰ্ত্তিহঁতৰ নিচিনা দেশপ্ৰেমিকাহঁতৰ কাৰণে। কাৰণ, নিজৰ মূৰ্ত্তিৰ বাবে খৰচ দিয়াৰ ওপৰিও হেজাৰ টকীয়া 'ক'কটেল' পাৰ্টি দিয়াৰ খৰচো মইয়ে বহন কৰিব লাগিব……"।

"হ'ব হ'ব" মিচেচ্ মূৰ্ত্তিয়ে জক্‌জকাই উঠিল। "মোৰ লগত এনে খৰচ কৰিছা, এটা নিশা তোমাৰ ঘৰত আছো, কাম্ টু ডিগবৈ এণ্ড্ চী হাউ আই উইল্ ৰিচিভ্ ইউ"…

"এইবাৰ মিচেচ্ মূৰ্ত্তিয়ে ঠিক কৈছে", মই ক'লো, "অসমৰ কাগজৰ সাংবাদিক হৈ মই 'স্কট্‌চ্ হুইস্কী' কিনি খোৱাৰ বিলাসীতা কৰিব নোৱাৰিলোহেঁতেন।"

"অ'হ আনগ্ৰেটফুল্, তোমাক মই ঘৰত ইমানকৈ নিজ হাতে ৰান্ধি-বাঢ়ি 'লান্স' খুউৱাৰ পিচত ক্লাবব কেই পেগ্ মান্ হুইস্কীৰ কথাহে মনত থাকিল।"

মিচেচ্ মূৰ্ত্তিৰ কথাত বিজন আৰু মই সশব্দে হাঁহি দিলো। হাঁহি থামিলত মই কলো, "বাৰু এতিয়া সেইবোৰ বাদ দে। মই 'বাথ্ৰুম'ৰ পৰা আহোঁ, তই ব্ৰেকফাষ্ট ৰেডি কৰিবলৈ 'অৰ্ডাৰ্' দে।"

"অ'হ চিয়ৰ" বিজনে কলে, "মোৰ মুখ-হাত ধোৱা হৈ গ'ল। মিচেচ্ মূৰ্ত্তি……"

"ৰ'বা মই এটা চিগাৰেট্ খাই লওঁ, ইতিমধ্যে মোৰ বেড্টি একাপ খোৱা হৈছে।"

বিজন আৰু মিচেচ্ মূৰ্ত্তিক ড্ৰইংৰুমত এৰি থৈ মোৰ কোঠালৈ সোমাই গৈ প্ৰথমে 'টুথ্ ব্ৰাছ্'টোত অকণমান 'পেষ্ট্' লৈ বাথৰুমত সোমালো।

বাথৰুমৰ পৰা ওলাই আহি দেখিলো মিচেচ্ মূৰ্ত্তি নাই। বিজন ড্ৰইংৰুমত বহি আছে। তাৰ মুখখন বৰ বিমৰ্ষ যেন দেখিলো। সেই-বাবে মই সুধিলো, "কি হ'ল এনেকৈ আছ কিয় ? মিচেচ্ মূৰ্ত্তি ক'ত ?"

"বাথৰুমলৈ গৈছে"—নিৰ্লিপ্তভাৱে উত্তৰ দি বিজনে চিগাৰেট এটা জ্বলাই ললে।

"তোৰ হৈছে কি ?" মই বিজনক সুধিলো, "এনেকৈ আছ কিয় ? হেণ্ড্ অভাৰ।"

সি মাথো এবাৰ নিশব্দে হাঁহি চিগাৰেটৰ ধোঁৱাৰে বিং বনোৱাত লাগিল……।

বিজনৰ নিৰ্লিপ্ততাত মই বৰ আচৰিত নহলো, কাৰণ কালি নিশাৰ পৰা তাৰ গোটেই কামবোৰেই মোৰ বৰ ৰহস্য ৰহস্য লাগিব ধৰিছে।

সঁচা কথা, বিজনৰ বহুবোৰ বদনাম আছে। সি মদপী, জুৱাৰী, বাৰবনিতা আৰু ক'লা টকাৰ লগতহে বেছি সম্পৰ্ক ৰাখে।



তথাকথিত নৈতিকতাৰ জোখেৰে তাক কোনো ৰকমেই মই ভাল মানুহ বুলি ক'ব নোখোজো। কিন্তু এই সকলো কামৰ মাজত তাক কলেজৰ দিনৰে পৰা দেখি আহিছো সি কাপুৰুষ নহয়। তাৰ সকলো কামতে পৌৰুষত্ব দেখা যায়। সি সকলো কামতে মূৰ দাঙি থিয় হ'ব জানে।

সি মদ খায় সঁচা কথা। কিন্তু সি কোনো দিন বেহুঁচ হৈ খালে ডোঙে পৰি থকা কোনেও দেখা নাই।

সি নাৰীৰ লগত অবৈধ সম্পৰ্ক থকা কথাটো হয়তো বৰ সহজ-ভাৱে লয়। তাৰ বিচনাত 'মিচেচ্ শোভামূৰ্ত্তিৰ নিচিনা বহু সমাজৰ আগশাৰীৰ নাৰী আহি কটাই গৈছে ; সেয়াও সঁচা কথা। কিন্তু কোনো নাৰীৰ ডিঙিত ভৰ দি বেহুঁচ্ হৈ আহিব লগা কোনো দিন অন্ততঃ হোৱা নাই।

কিন্তু যোৱা নিশা, যোৱা নিশা তাৰ কি হৈছিল মই ধৰিব নোৱাৰিলো।

বিজনৰ গাড়ীত যেতিয়া মন্ত্ৰী বিজয়শঙ্কৰ বৰুৱা আৰু 'মিচেচ্' শোভামূৰ্ত্তি গৈ বহিছিল, তেতিয়া নিশা বাৰ বাজিছিল, মই ঘড়ী চাইছিলো।

বিজনৰ বৃহৎ কম্পাওণ্ডটোৰ পৰা লাহে লাহে যেতিয়া গাড়ীখন ওলাই গৈছিল, মই খিৰিকীখনৰ কাষত সেই দৃশ্য চাই এক ৰহস্যময় তন্ময়তাত বহু সময় থিয় হৈ আছিলো।

এটা চিগাৰেট শেষ কৰি পুনৰ যেতিয়া মই বিচনাত পৰিছিলো তেতিয়া প্ৰায় বাৰ বাজি কুৰি মিনিট পাৰ হৈছিল।

মোৰ কিমান সময়ত টোপনী আহিছিল কব নোৱাৰো। হঠাৎ খুউব জোৰে মোৰ কোঠাৰ দুৱাৰখন খোল খাই যোৱাত মই বিচনাতে উচপ্ খাই সাৰ পালো।

দুৱাৰখন জপাই থোৱা আছিল যদিও তাৰ অৰ্গলডাল লগাই থোৱা নাছিলো। বাহিৰৰ দুৱাৰ বন্ধ থাকে যেতিয়া ভিতৰৰবোৰ বন্ধ

কৰাৰ প্ৰয়োজনো নাই। তাবোপৰি চোৰেনো মোৰ নিব কি? যি এটা দামী হাত ঘড়ী আছে, সেইটো হাততে থাকে। বিজনৰ এই বৃহৎ চৌহদৰ পকাৰ বেৰ আৰু লোহাৰ গেট পাৰ হৈ 'টাইগাৰ'ৰ তীক্ষ্ণ চকুক ফাঁকি দি মোৰ কোঠাত কোনোবাই যে প্ৰৱেশ কৰিব পাৰিব, মই কল্পনাও কৰিব নোৱাৰো।

একেজাপে বিচনাতে মই বহি পৰিলো, মই ইমান বেচি নাৰ্ভাচ কৰিলোঁ যে 'বেড্ চুইচ্'টো টিপি লাইটটো জ্বলাই দিয়াৰ কথাও একৰকম পাহৰি গলো।

আন্ধাৰত মই দেখিলো দুটা ছায়া মূৰ্ত্তি। এগৰাকী মহিলাৰ ডিঙিত ভৰ দি এজন মানুহ থিয় হৈ আছে। তৎক্ষণাত কোননো আন্ধাৰত মই ধৰিব নোৱাৰিলো।

"Somebody is there······"

হঠাৎ, মহিলা গৰাকীৰ কণ্ঠস্বৰত মই চিনি পালো, সেয়া 'মিচেচ্' শোভামূৰ্ত্তিৰ কণ্ঠস্বৰ।

'Who? Who is there······' মই শুনিলো মদৰ ৰাগীত গৰজি উঠা এক পুৰুষ কণ্ঠস্বৰ। এই কণ্ঠস্বৰও মোৰ চিনাকি, এয়া বিজনৰ মাত।

মোৰ খং উঠা নাছিল। মই বিৰক্তও হোৱা নাছিলো। মই হৈছিলো আচৰিত।

বিজনে মদ খোৱাত আচৰিত হোৱা নাই। মই মাজনিশা এগৰাকী লোকৰ তিৰোতাৰ লগত বিজনক দেখি কোনো দিনেই আচৰিত নহওঁ। মই জানো এয়েতো তাৰ জীৱন!

মই আচৰিত হৈছো এই কাৰণেই বিজনৰ নিচিনা এটা মানুহে যে ইমান অপ্ৰকৃতস্থ হৈ মোৰ কোঠাৰ ভিতৰত এনে ধৰণে মাতলামি কৰিব সেইটো মই কোনো দিন বিশ্বাস কৰিব নোৱাৰিছিলো।

সঁচা কথা, বিজনে বহু বেয়া কামেই কৰি আহিছে, কিন্তু কলেজৰ



দিনৰ পৰাই দেখিছো সেই সহস্ৰ বেয়া কামৰ কোনো এটাই মোৰ সন্মুখত হোৱা নাই।

সেই সাহস তাৰ নাই।

আনকি যোৱা কালি সন্ধিয়া সি বহু সময়লৈকে মদ নোখোৱাকৈ আছিল একমাত্ৰ মোৰ কাৰণেই। মোক শুৱলৈ পঠাই দি সি মদ খাবলৈ বহিছিল।

আজিকালি ময়ো মদ খাওঁ। সেই কথা সি জানে। কিন্তু দুটা গিলাচত মদ ঢালি এটা মোলৈ আগবঢ়াই 'চিয়াৰ্চ্' বুলি কোৱাৰ সাহস তাৰ নাই। কিয় নাজানো সেই সাহস সি কোনো দিনে গোটাব নোৱাৰিলে।

মই গৈ লাইটটো জ্বলাই দিলো।

মই দেখিলো ইটোৰ গাত সিটোৱে ভৰ দি থিয় হৈ আছে, শোভা-মূৰ্ত্তি আৰু বিজন। 'মিচেচ'্ মূৰ্ত্তিৰ কাপোৰ-কানিৰ অৱস্থা শোচনীয়।

লাইটৰ পোহৰত সিহঁতে মোক চিনি পালেনে নাই কব নোৱাৰো। কিন্তু মই দেখিলো কিবা এক আচৰিত বস্তু চোৱাৰ দৰে দুয়োটাই মোৰ ফালে চাই আছে।

হঠাৎ দেখিলো বিজনে নিজৰ ভৰি দুটাৰ ওপৰত নিজকে থিয় কৰি ৰখাৰ শক্তি হেৰুৱাই পেলাইছে। সি পকাম্ল'ৰৰ ওপৰত চলি পৰিল।

বিজনৰ ভৰত ভৰ দি থকাৰ বাবেই তাল ৰাখিব নোৱাৰি শোভা-মূৰ্ত্তিও তাৰ ওপৰতে পৰি গ'ল।

মই সিহঁত দুটাৰ ওচৰলৈ আগবাঢ়ি গ'লো। দেখিলো এটাও নিজে উঠিব পৰা অৱস্থাত নাই। প্ৰথমে 'মিচেচ্' শোভামূৰ্ত্তিক সাবটি ধৰি কোলাকৈ ডাঙি লৈ গ'লো বিজনৰ কোঠালৈ। মানুহজনীৰ গাত চৰ্ব্বি বাঢ়িছে যদিও ওজন নাই। এতেকে ইমানদূৰ বিজনক কোলাত লৈ যোৱাৰ সাহস কৰিব নোৱাৰিয়েই 'মিচেচ্'

মূৰ্ত্তিক কোলাত তুলি নি তাৰ 'ডানলোপিলো' বিচনাত দোমোনিয়া বস্তা এটা পেলোৱাদি পেলাই দিলো।

যদিও মোৰ খং আৰু ঘৃণা উপজিব লাগিছিল তথাপি এই নিশা কিয় জানো খং বা ঘৃণাৰ ভাব মনলৈ অহা নাছিল। 'বৰঞ্চ মিচেছ্' শোভামূৰ্ত্তিৰ চৰ্বিৰ ভৰ্ত্তি দেহাটো দেখি মোৰ ৰঞ্জিতাৰ কথা মনত পৰিল।

ৰঞ্জিতা আছিল আমি কলেজত পঢ়ি থকা সময়তে, একে ক্লাচৰ। এজনী কলেজত পঢ়া ছোৱালী হিচাবে তাই আছিল অসম্ভৱ শকত, গোটেই শৰীৰটো চৰ্ব্বিৰে ভৰ্ত্তি, ঠিক বিবাহিতা ৰাজস্থানী নাইবা পঞ্জাৱী মহিলাৰ দৰে। কিন্তু দুভাৰ্গ্যৰ কথা পঞ্জাৱী বা ৰাজস্থানী মহিলাৰ দৰে তাইৰ গা বগা নাছিল।

তথাপি তাই সেই শৰীৰটোকে যিমান পাৰে সিমানে সজাই পৰাই আনিবলৈ যত্ন কৰিছিল। তাইৰ 'ল' কাট্ ব্লাউজ আৰু নাইৰ তলত পিন্ধা শাৰীয়ে সেই সময়ৰ কলেজত সঁচাকৈয়ে আলোড়ন আনিছিল। কাৰণ, সেই সময়ত আজিকালিৰ দৰে কলেজৰ ছোৱালীয়ে শৰীৰৰ ইমান বেছি অংশ উলিয়াই কলেজলৈ আহিবলৈ সাহস কৰা নাছিল।

সেই ৰঞ্জিতাই হেনো এদিন মোৰ প্ৰেমত পৰিছিল। কথাটো সঁচা-মিছা নাজানো, কিন্তু ক্ষীণকায় বহুদিন বেমাৰ পৰি থকা মানুহৰ দৰে লগা মোৰ চেহেৰাটোৰ সৈতে ৰঞ্জিতাক যে বিজনহঁতে জোকাই-ছিল সেইটো জানো। ইয়াৰ অৰম্ভে অন্য এটা কাৰণো আছিল।

কোনে দিছিলে নাজানো, এদিন ৰঞ্জিতা নামটো তল পৰি কলেজখনত তাইৰ নাম হৈছিল 'মা কালী'। হঠাতে এদিন দীঘলী পুখুৰীৰ কাষত অকলে লগ পাই তাই মোক সুধিছিল, "Do you think that I am so ugly like Godess Kali"? প্ৰশ্নটো শুনি মই থতমত খাইছিলো। এজনী ছোৱালীক দূৰৰ পৰা 'মা কালী' বুলি জোকোৱা আৰু এনে এটা পোনপটীয়া প্ৰশ্নৰ উত্তৰত তাই



দেখিবলৈ 'মা কালীৰ' নিচিনা বুলি কবলৈ মোৰ অন্ততঃ সাহস নাছিল।

"Who says that you are ugly......" মই নিজৰ নাৰ্ভাচ্ হোৱা মুখখন যাতে ৰঞ্জিতাৰ ওচৰত ধৰা পৰি নাযায় সেই বাবে মোৰ কথাখিনিৰ ওপৰত জোৰ দিবলৈ ইংৰাজীতে তাইক ক'লো—"তোমাৰ এয়া ভুল ধাৰণা, ৰঞ্জিতা। হিচাবতকৈ তুমি অলপ ক'লা আৰু শকত হ'ব পাৰা, কিন্তু তুমি ugly নহয়। কালী গোঁসানীৰ মূৰ্ত্তিটো তুমি ভালকৈ চাবা, তুমি দেখিবা সেই মূৰ্ত্তিটোৰ এক নিজস্ব সৌন্দৰ্য্য আছে ......তাৰোপৰি তুমি জানা, বিজনহতে যে তোমাক জোকাই, তুমি ugly বুলি নোজোকাই, তেনে হোৱা হলে তোমাক জোকাবলৈ সিহঁতে কোনো 'ইন্স্পিৰেচন' নাপালেহেঁতেন। To speak frankly there is something more in your beauty, which the so called beautiful girl does not possess."

মই 'ফ্লেটাৰী' কৰিছো বুলি নহয়, ৰঞ্জিতাই সেইদিনা খুউব সম্ভৱ সহজ বিশ্বাসৰ মোৰ কথাখিনি গ্ৰহণ কৰিছিল। সকলোবোৰ ছোৱালীয়ে নিজকে সদায় ধুনীয়া দেখে। ৰঞ্জিতাই হয়তো নিজকে ugly বুলি কোনো দিন ভবা নাই। নিজৰ আত্মবিশ্বাস থকাৰ পিচতো মাজে মাজে উদ্ৰেক হোৱা সংশয়খিনিৰ কাৰণে তাই হয়তো মোক এই প্ৰশ্নটো কৰিছিল।

ইয়াৰ পিচৰ কাহিনী গতানুগতিক। মানে Boy meets girl গল্পবোৰৰ দৰে। ইয়াৰ পিচৰ পৰা ৰঞ্জিতাই মোৰ বহু কাম ভাল পাব ধৰিলে—মোৰ কবিতা, মোৰ গল্প। এদিন নে দুদিন চিনেমা লৈ লগ ধৰিলে। দুদিনমান ৰঞ্জিতাৰ পইছাৰে ৰেষ্টোৰাত বহি চাহ খালো। লগে লগে কলেজত ৰাষ্ট্ৰ হৈ গ'ল ৰঞ্জিতা মোৰ প্ৰেমত পৰিছে। সেই গল্প কিছুদিন চলিল। কলেজীয়া জীৱনৰ বহু প্ৰেমৰ গল্পৰ দৰে এই প্ৰেমৰ গল্পও এদিন তলপৰি গ'ল।

মিচেচ্ শোভামূৰ্ত্তিৰ এই অৰ্ধ উলঙ্গ শৰীৰটোলৈ চাই ইমান দিনৰ

মূৰত কিয় জানো মোৰ ৰঞ্জিতালৈ মনত পৰিল। ৰঞ্জিতাৰ প্ৰতি মোৰ কোনো দিন কোনো ধৰণৰ দৈহিক নাইবা মানসিক আসক্তি নাছিল। কিন্তু ৰঞ্জিতাক মই অবহেলা কৰিব পৰা নাছিলো। মোৰ মনত কিবা এক অনুকম্পা জাগিছিল। 'মিচেচ মূৰ্ত্তিৰ প্ৰতিও মোৰ কোনো আসক্তি নাই, তথাপি মোৰ এনে লাগিল, 'মিচেচ' মূৰ্ত্তিৰ প্ৰতি থকা মোৰ অনুকম্পখিনি কোনো এক বিন্দুত ৰঞ্জিতাৰ সৈতে আজি যেন মিলি গ'ল।

'মিচেচ্' মূৰ্ত্তিক বিজনৰ বিচনাত পেলাই থৈ আহি বৰ কষ্টেৰে বিজনৰ গধুৰ দেহাটো মোৰ বিচনাৰ ওপৰত তুলিলো। তাৰ পিচত গাক এটা লৈ মই ড্ৰয়িংৰুমলৈ আহি চোফাখনকে মোৰ বিচনা কৰি পেলালো।

ঃ তোৰ অপুদাদাৰ ল'ৰা-ছোৱালী আছে নেকি? হঠাৎ বিজনৰ এই প্ৰশ্নটো শুনি আচৰিত হ'লো। সুধিলো—"কিয়? নাই, তেওঁলোকৰ ল'ৰা-ছোৱালী নাই...."

মোৰ প্ৰশ্নৰ উত্তৰ নিদি পুনৰ সুধিলে—"মিচেচ্ৰ কোন কোন আছে? I mean, দুৰবাৰ অবিহনে তেওঁক চাবলৈ কোনোবা আছেনে নাই?"

"কিয়?" বিজনৰ প্ৰশ্ন কৰা ধৰণটো দেখি আগতকৈ আচৰিত হৈ কলো, "এই পুৱাই পুৱাই তই দেখোন অপুদাৰ 'ফেমিলি' লৈ ব্যস্ত হৈ পৰিলি?"

"নাই এনেয়ে", সি এটা ঈষৎ সেঁতা হাঁহি মাৰি মোক ক'লে, "তোৰ ককায়েৰ, সেইবাবে সুধিলো, কিয় মই সুধিলে কিবা জগৰ লাগে নেকি?"

মই বুজিলো বিজনে কিবা এটা লুকুৱাবলৈ যত্ন কৰিছে। কালিৰে পৰা তাৰ ৰহস্যময় ঘটনাৱলী মোৰ চকুৰ আগত এটা এটাকৈ ভাঁহি উঠিল। হঠাতে পুৰ্ণেন্দুৱে কোৱা কথাষাৰ মনত পৰি গ'ল। মোৰ



ধাৰণা হ'ল, নিশ্চয় বিজনে আৰু কিছুমান কথা জানে। সেইবাবে তাক অবাক কৰি মই প্ৰশ্ন কৰি পেলালো,

"অপুদাদা সঁচাকৈয়ে আজি এৰেষ্ট্ হ'ব নেকি?"

"এৰেষ্ট?" একেবাৰে নুশুনিব লগা কথা এষাৰ শুনি উচপ খাই উঠাৰ দৰে বিজনে মোক সুধিলে—"তোক কোনে ক'লে? ক'ত শুনিলি?"

"মোক ফাঁকি দিবলৈ যত্ন নকৰিবি বিজন", এক আত্মপ্ৰত্যয়ৰ হাঁহি মাৰি তাক ক'লো, "মই সাংবাদিক, মই ইয়াত খবৰ বিচাৰি আহিছো, তোৰ এই প্ৰাসাদোপম বৃহৎ অট্টালিকাত প্ৰমোদ বিহাৰৰ কাৰণে অহা নাই।"

"কিন্তু···কিন্তু তই জানিলি কেনেকৈ?"

"এসাৰ কথা আছে বিজন," মই হাঁহি মাৰি কলো, "দেৱালৰো কাণ আছে, কিন্তু মই আচৰিত হৈছো তইতো ৰাজনীতি নকৰ, তই কেনেকৈ ইয়াত জড়িত হৈ পৰিলি······?"

পিচৰ কথাখিনি মই অনুমানতে যোগ কৰি দিলো। মোৰ অনুমান সঁচা হ'ল, মোৰ কথা শুনি তাৰ মুখখন একেবাৰে ক'লা হৈ গ'ল। সি একো উত্তৰ দিব নোৱাৰিলে।

"আই এম্ শ্বৰী", ধুমুহাৰ দৰে 'মিচেচ্' মূৰ্ত্তি কোঠাটোলৈ সোমাই আহি ক'লে, "কি হ'ল তোমালোকে ড্ৰেছ্ কৰা নাই! ঘড়ীটোলৈ চাইছানে নাই? আধাঘণ্টাৰ ভিতৰত আমি গৈ ফিল্ড্ পাবগৈ লাগিব···। মাইকী মানুহৰ বাথৰুমত অলপ দেৰি হয়েই, কিন্তু সেই বুলি তোমালোক ইমান 'ইৰেচ্পন্চিব্ল্'ৰ দৰে বহি আছা কেনেকৈ?"

"শ্বৰী মাদাম্", মই হাঁহি মাৰি কলো, "আমি এটা চিৰিয়াচ্ কথাত ব্যস্ত হৈ আছিলো। বাৰু আপোনালোক ডাইনিংৰুমলৈ আগবাঢ়ক, মই পাঁচ মিনিটৰ ভিতৰতে ড্ৰেছ কৰি একেবাৰে যাবলৈ সাজু হৈ আপোনালোকৰ লগত যোগ দিমগৈ।

মই আৰু কোনো কথা কবলৈ সুবিধা নিদি মোৰ কোঠালৈ সোমাই গলো।

## ন

আমি যেতিয়া আহি বিজনৰ গাড়ীত উঠিছিলো তেতিয়া প্ৰায় আঠবাজি পঁচিশ মিনিট গৈছিল।

বিজনে সুধিলে, "ক'ত যাম, কেম্প্ নে ফিল্ড?"

মই ক'লো, "কেম্পত গৈ কি কৰিম, ফিল্ডলৈকে ব'ল।"

"চাৰ্কিট হাউছ হৈ ব'লা", 'মিচেচ্' মূৰ্ত্তিয়ে ক'লে, "মিনিষ্টাৰ বৰুৱাৰ লগত মোৰ এটা জৰুৰী কথা আছে, তোমালোক গাড়ীতে থাকিবা, মই পাঁচ মিনিটতে আহি পাম।"

বিজনে একো নকৈ জেপৰ পৰা চিগাৰেটৰ পেকেটটো উলিয়াই এটা নিজৰ ওঁঠত লৈ পেকেটটো মোৰ ফাললৈ আগবঢ়াই দিলে। মই এটা উলিয়াই লোৱাৰ পিচত, পেকেটটো 'মিচেচ্' মূৰ্ত্তিৰ ফালে আগবঢ়াই দিলে।

"ন' থেঙ্কচ্", 'মিচেচ্' মূৰ্ত্তিয়ে হাঁহি মাৰি ক'লে।

মই সশব্দে হাঁহি ক'লো, "তই কি কৰিছ বিজন, now she is completely Gandhian. তই নাজান নেকি যোৱাকালি সুৰাসক্ত আৰু বিপথগামী স্বামীক কেনেকৈ স্ত্ৰীয়ে সৎপথলৈ আনিব লগে সেই বিষয়ে মিচেচ্ মূৰ্ত্তিয়ে অকলে এঘণ্টা সময় বক্তৃতা দিছিল।"

মোৰ কথা শুনি বিজনে সশব্দে হাঁহিলে—"আই এম শ্বৰী মাদাম, মই পাহৰি গৈছিলো, মোৰ প্ৰফেচনত চিগাৰেট আৰু মদ বৰ প্ৰয়োজনীয়…।"

মিচেচ্ মূৰ্ত্তিয়ে বিজন খোচ মাৰি কোৱা কথাষাৰ বুজিলে, তথাপি



আত্মৰক্ষাৰ কাৰণে ক'লে, "Don't try to compare your profession with my service to the people……"

"Service to the people? হাঃ হাঃ হাঃ", বিজন আৰু মই আৰু জোৰেৰে হাঁহি দিলো। সেই হাঁহিৰ লগত 'মিচেচ্' মূৰ্ত্তিয়ে অলপ লাজ লাজকৈ যোগ দিলে।

"মোৰ এগৰাকী পেহী আছে বুজিছ," মই ক'লো—"এসময়ত বেচ চৌখিন আছিল আৰু সময়ত এটা আঢ্যৱন্ত পৰিয়ালৰ লগতে বিয়া হৈ গ'ল। পিচে প্ৰথম সন্তানৰ পিচতে পেহা ঢুকাল, কিছুদিন মাকৰ ঘৰ, কিছুদিন শহুৰেকৰ ঘৰ কৰি থকাৰ পিচত কেনেবাকৈ এবাৰ মিচেচ্ মূৰ্ত্তিহঁতে পৰিচালনা কৰা নিচিনা কোনো এখন সেৱা আশ্ৰমত সোমাল। শিক্ষা-দীক্ষা বৰ বেছি নোহোৱাৰ কাৰণে অন্য ক'তো চাকৰি-বাকৰি পোৱাৰ সম্ভাৱনা নথকাত ইয়াৰ বাহিৰে অন্য কোনো উপায়ো নাছিল। সময়ত সেই সেৱা আশ্ৰমৰে এগৰাকী কৰ্ম্মকৰ্ত্তা হ'ল। নিজৰ একমাত্ৰ সন্তানক পঢ়ুৱাই ইঞ্জিনিয়াৰ কৰিলে বিয়া-পাতি দিলে, মুঠৰ ওপৰত এগৰাকী বি-এ, এম-এ পাচ, মহিলাতকৈ নাইবা মোৰ নিচিনা এজন সাংবাদিকতকৈ বহু বেছি কিবাকিবি কৰিলে, কিন্তু সেই পেহীয়েও মোক কয়, তেওঁ জীৱনত বোলে পাৰ্থিৱ সুখৰ কাৰণে বহু কিবাকিবি কৰিব পাৰিলেহেঁতেন, কিন্তু নকৰিলে। তাৰ সলনি 'মিচেচ্' মূৰ্ত্তিৰ ভাষাত কবলৈ গ'লে, service to the people নাইবা জনসাধাৰণৰ সেৱাৰ কাৰণে জীৱন অৰ্পণ কৰিলে, হাঃ হাঃ...."

মোৰ হাঁহিৰ লগতে বিজনেও যোগ দিলে আৰু তাৰ পিচত ক'লে, "আমি ব্যৱসায় কৰো, এতেকে 'ইনকাম্‌টেক্স' অফিচাৰ আমাৰ পিচে পিচে ঘূৰে। কিন্তু এওঁলোকে 'service to the people' কৰে, এতেকে 'টেক্স্ ফ্ৰি'; এওঁলোকৰ কোনো আকালো নাই, ভঁৰালো নাই, হিচাবো নাই, 'টেক্স'ও নাই…"

কথাপাতি আহি আমি চাৰ্কিট হাউচৰ সন্মুখ পালোহি। মিচেচ্

মূৰ্ত্তিয়ে 'জাষ্ট এ মিনিট,' বুলি কৈ গাড়ীৰ পৰা খৰটকীয়াকৈ নামি গ'ল। বিজনে মোলৈ আৰু এটা চিগাৰেট আগবঢ়াই দিলে। দেখিলো চাৰ্কিট হাউচৰ সন্মুখত বহু মানুহৰ সমাগম। সাধাৰণতে মন্ত্ৰীৰ পিচত ঘূৰি ফুৰা মানুহবোৰকে ইয়াতো দেখা গ'ল—যিবোৰক দেখি দেখি আজিকালি মোৰ বিতৃষ্ণা আৰু পুতৌ ওপজে।

বিজনলৈ চালো, সি আকৌ গহীন হৈ পৰিছে। নিৰ্লিপ্ত ভাবেৰে মাথো চিগাৰেটত হোপা মাৰিছে।

"কি হ'ল ?" মই বিজনক সুধিলো, "তই দেখোন আকৌ গহীন হৈ পৰিলি ? তোকতো এনে অৱস্থাত কোনো দিন দেখা নাছিলো…"

"ঐশ্বৰ্য্যই মানুহক সদায় সুখত ৰাখে বুলি মোৰ এটা ধাৰণা আছিল" বিজনে ক'লে, "মোৰ দেউতাৰ ওপৰত প্ৰতিশোধ লবৰ কাৰণে এদিন মই টকাকে জীৱনৰ লক্ষ্য হিচাপে গ্ৰহণ কৰিছিলো। বহু উপায়েৰে টকা কৰিলো, কিন্তু ক'ত, মইতো সুখী হ'ব পৰা নাই …টকাক এদিন মই হাতৰ মুঠিত ৰাখিম বুলি প্ৰতিজ্ঞা কৰিছিলো। কিন্তু ক'তা টকাকতো মই হাতৰ মুঠিত ৰাখিব পৰা নাই, বৰং টকাই মোক নচুৱাইছে, মোৰ বিবেক, মোৰ সত্তাক টকাৰ ওচৰত মই বিক্ৰি কৰি দিছো…।"

কথা কৈ কৈ খুউব ভাগৰি পৰাৰ দৰে বিজনে এইবাৰ 'ষ্টিয়েৰিং হুইল'ডালতে অকণমান হেলান দিলে।

মই একো উত্তৰ নিদিলো। কাৰণ, কিবা কোৱা আমাৰ পৰস্পৰৰ কাৰণে অৰ্থহীন হ'ব। তাৰোপৰি বিজনে নিজে খুলি কব নিবিচৰা বাবে তাৰ ব্যক্তিগত জীৱনৰ বিষয়ে প্ৰশ্ন কৰিবলৈ মই অলপো ভাল নাপালো যদিও তাৰ ব্যক্তিগত জীৱনৰ লগত এক নিবিড় সম্বন্ধ থকা কলেজীয়া দিনৰ বন্ধু একমাত্ৰ ময়েই আছিলো।

"তই নিশ্চয় কালি নিশাৰ ঘটনাটোৰ বাবে মোক ক্ষমা কৰিব নোৱাৰিবি", বিজনে আকৌ কবলৈ আৰম্ভ কৰিলে, "মই মদ খাওঁ



সঁচা কথা, কিন্তু কালিৰ দৰেতো কোনোদিন হোৱা নাছিল। কালি কিয় এনে হ'ল মই তোক কব নোৱাৰিম, কিন্তু কালি নিশাৰ পৰা মই বুজিছো মোৰ বিবেক বুলি কোনো কথা নাই, টকাৰ ওচৰত মই কেতিয়াবাই বিক্ৰি কৰি দিছো নিজকে, প্ৰয়োজন হলে মই টকাৰ বিনিময়ত তোকো হত্যা কৰিব পাৰিম…।"

"কি ?" ইচ্ছা কৰিয়েই মই ভয় খোৱাৰ দৰে প্ৰশ্ন কৰি পেলালো, "কি তই মোক মৰাৰ ষড়যন্ত্ৰৰ লগত জড়িত হৈ পৰিছ নেকি ?"

পিচে মোৰ মুখৰ হাঁহিটো দমাই ৰাখিব নোৱাৰিলো, হোঃ হোঃ-কৈ ওলাই গ'ল।

"কি হ'ল, ইমান হাঁহিছা কেলৈ ? Anything interesting ?" 'মিচেচ' মূৰ্ত্তিয়ে হাঁহি হাঁহি আহি গাড়ীৰ দুৱাৰখন খুলিলে। মই নামি 'মিচেচ' মূৰ্ত্তিক মাজত বহিবলৈ ঠাই এৰি দিলো। তাৰ পিচত মই বহি দুৱাৰখন মাৰি কলো, "মোক হত্যা কৰাৰ বাবে বিজনে পৰিকল্পনা কৰিছে।"

"কাক ? তোমাক ??" মিচেচ মূৰ্ত্তিয়ে সশব্দে হাঁহি ক'লে, "হাউ ফানি, তাৰ পিচত ?"

প্ৰশ্নটো কৰি বিজনলৈ চাইছিল যদিও বিজনে একো উত্তৰ নিদি মাত্ৰ গাড়ীখন ষ্টাৰ্ট দিলে।

আমি ফিল্ডৰ ওচৰ পাই দেখিলো যে ইতিমধ্যে কেইবা হাজাৰো লোক আহি গোট খাইছে। parking বুলি লিখি থোৱা ঠাইডোখৰতে বিজনে গাড়ীখন ৰখাই ক'লে, "তহঁত নাম, মই এতিয়া যাওঁ, সময়ত বাৰু নিবলৈ মই আহিম…"

"কিয় তই নানাম ?" মই বিজনক ক'লো, "তই বোলে পাঁচ হেজাৰ টকা দান কৰা পৃষ্ঠপোষক…"

"সেই কাৰণে থকাৰ ইচ্ছা নাই," সি ক'লে, "গান্ধী-তান্ধী মই একো নুবুজো, মোৰ কাৰো প্ৰতি শ্ৰদ্ধা নাই, ভক্তি নাই, কলেজত পঢ়ি থকা অৱস্থাত হোৱা হলে ধুনীয়া ছোৱালী চাবলৈকে থাকিব

পাৰিলোহেঁতেন, এতিয়া সেই বয়সো গ'ল। কিন্তু সৌ বুঢ়া মানুহজন দেখিছ, মই চিনি পাওঁ, ইয়াৰ পৰা তেখেতৰ ঘৰ সাত মাইল দূৰৈত, খুউব সম্ভৱ বেলি নৌ পলাওঁতেই বুঢ়াই ঘৰৰ পৰা খোজ কাঢ়িবলৈ আৰম্ভ কৰিছে, তাতে বুঢ়াৰ এটা ভৰিও বেয়া। বৃটিছৰ দিনৰ চিপাহীৰ বেয়নেটৰ খোচত বহুদিন পৰি আছিল। এসময়ত গান্ধী ভলণ্টিয়াৰ বুলি ক'লে এই বুঢ়াক এই অঞ্চলৰ সকলোৱে চিনি পায় ছিল। এই বুঢ়াই অকণমান ছাঁত থিয় হবলৈ ফিল্ড্খনত এজোপা গছো নাই, কিন্তু মই আৰু অকণমান ইয়াত ৰলেই কোনোবা ছুটামান আহি মোক লৈ গৈ সেই মন্ত্ৰীৰ লগত সমানে শাৰী পুৰাই মোকো চামিয়ানাৰ তলত কুচন থকা চকীত বহুৱাই দিবগৈ। পাঁচ হেজাৰ ক'লা টকাৰ বিনিময়ত মই হলোগৈ গান্ধী ভক্ত দেশপ্ৰেমিক হাঃ হাঃ হাঃ..."

বিজনৰ কথাই ঠিক, আমাক বোৱা দেখি কেইজনমান কৰ্ম্মকৰ্ত্তা আমাৰ ফাললৈ আগবাঢ়ি আহিল। তাকে দেখি বিজনে গাড়ী ষ্টাৰ্ট দিলে।

মানুহ কেইজন আমাৰ ফাললৈ আগবাঢ়ি আহি ক'লে, "আহিলে?" তাৰ পিচত বিজনৰ চেকুৰ মৰা গাড়ীখনৰ ফালে চাই কলে, "মিঃ দত্তকো দেখিছিলো নহয়, তেখেত ক'ত গ'ল?"

"দত্ত মিনিষ্টাৰ বৰুৱাৰ ওচৰলৈ গৈছে", মই কিবা কবলৈ সুবিধা পোৱাৰ আগতে 'মিচেচ্' মূৰ্ত্তিয়ে কৈ উঠিল, "হৰিজন কলনীটো সজা সম্পৰ্কে মন্ত্ৰীয়ে কিবা এটা আলোচনা কৰিব বিচাৰিছে, জানেই নহয় এই সম্পৰ্কে মন্ত্ৰীয়ে আজি কিবা এটা ঘোষণা কৰিব......"

'মিচেচ্ মূৰ্ত্তিৰ কথা শুনি বুৰ্ব্বকৰ দৰে মই তেওঁৰ মুখলৈ চালো। মই তেনেকৈ চোৱা দেখি, মিচেচ্ মূৰ্ত্তি মোৰ কাষলৈ চাপি আহি চেপা মাতেৰে ক'লে, "পাব্লিক লাইফ্ত ইজনে সিজনৰ 'ইমেজ্'টো ঠিক কৰি ৰখাৰ 'টেক্নিক্'টো জানিব লাগে বুজিছা 'ইয়ং জাৰ্ণেলিষ্ট।"

মই একো নকলো, মাথো মুখ টিপি হাঁহিলো।

মানুহৰ ভীৰৰ মাজেদি বিশেষ অতিথিসকল যাবৰ কাৰণে বাহৰ



খুটাৰে তৈয়াৰ কৰা সৰু ৰাস্তাটোৰেদি গৈ আমি পেণ্ডেলৰ কাষ পালোগৈ। ছুজনমান উচ্চ-শ্ৰেণীৰ কৰ্ম্মকৰ্ত্তাই আমাক আগবঢ়াই নি সন্মুখৰ আসনত বহুৱালে। তাৰে এজনে 'মিচেচ্' মূৰ্ত্তিৰ ফালে চাই ক'লে, "আপোনালোকতো বিজন দত্তৰ ঘৰতে আছে নহয় জানো? দত্ত নাহে নেকি?"

"আহিব আহিব," 'মিচেচ্' মূৰ্ত্তিয়ে কিবা কবলৈ পোৱাৰ আগেই দেখিলো আমাক মটৰৰ ওচৰৰ পৰা আগুৱাই নিয়া এজনে কৈ উঠিল, "তেখেতে মন্ত্ৰীৰ ওচৰলৈ গৈছে, মন্ত্ৰীৰ সৈতে একেলগে আহিব।"

'মিচেচ্' মূৰ্ত্তিয়ে বিজন মন্ত্ৰীৰ লগত আহিব বুলি কোৱা নাছিল, কিন্তু মিচেচ্ মূৰ্ত্তিয়ে মন্ত্ৰীৰ ওচৰলৈ যোৱা বুলি কোৱা কথাষাৰ এইবাৰ মন্ত্ৰীৰ লগত অহা হ'লগৈ। মোৰ মনে মনে বৰ আমোদ লাগিছে যদিও মুখত অসমৰ এখন বিখ্যাত কাগজৰ সাংবাদিক হিচাবে থাকিব লগা গাম্ভীৰ্য্যখিনি সম্পূৰ্ণৰূপে বজাই ৰাখিছো। বিজন যে ইমান বিখ্যাত ব্যক্তি মই জনা নাছিলো। নিজৰ প্ৰাধান্য বজাই ৰাখিবলৈ আৰু বেচ informative বুলি নিজকে জাহিৰ কৰিবলৈ বিজনৰ নামটোযে এনেদৰে ব্যৱহাৰ হ'ব বুলি মই ভাবিব পৰা নাছিলো।

হঠাতে দেখিলো, মানুহবোৰ কিছু ব্যস্ত হৈ পৰিছে আৰু সকলো তোৰণৰ ফালে ব্যগ্ৰভাৱে চাইছে। লগে লগে শুনিলো বৰ কাঁহ আৰু খোলৰ শব্দ। মিচেচ্ মূৰ্ত্তিয়ে মোৰ হাত এখনত ধৰি কলে, "আহা, মন্ত্ৰী আহিছে, তোমাৰ কাম আৰম্ভ হ'ল।"

মই আৰু শোভামূৰ্ত্তি V. I. P. সকল অহা-যোৱা কৰিবৰ কাৰণে ৰখা বিশেষ পথটোৰে তোৰণৰ ফালে আগবাঢ়িলো, বাটত মিচেচ্ মূৰ্ত্তিয়ে ক'লে, "ছুটামান side-light মন কৰিবা। তেতিয়া নিউজবোৰ interesting হয়।"

"আপুনিয়েই তো আছে," মই ক'লো, "আপোনাতকৈ interesting side-light কি হ'ব পাৰে......"

"অহ! ইউ ন'টি বয়! সকলো কথাতে তোমাৰ কেৱল ফাজলামি……"

আমি তোৰণৰ ওচৰ পাই দেখিলো, এখন খোলা গাড়ীত মন্ত্ৰী থিয় হৈ বাটৰ দাঁতিত বৈ থকা জনতাক নমস্কাৰ জনাই খুউব লাহে লাহে আহি আছে। সন্মুখত গায়ন-বায়নৰ দল আৰু মন্ত্ৰীৰ গাড়ীৰ শেষত নগৰখনত গাড়ী থকা ভব্য-গব্য লোকসকলৰ এক শোভা যাত্ৰা।

হঠাতে মই মন কৰিলো হাতত কিছুমান প্লে কাৰ্ড লৈ কিছুমান শীৰ্ণকায় মানুহৰ এক বিৰাট শোভাযাত্ৰা বিপৰীত ফালৰ ৰাস্তাটোৰেদি আহি আছে। তেওঁলোকৰ মুখত কোনো শ্লোগান নাই, কিন্তু তেওঁলোকৰ মুখৰ অভিব্যক্তি আৰু হাতত লৈ অহা প্লেকাৰ্ডবোৰত লিখি অনা কথাবোৰে মোক চমক খুৱাই তুলিলে।

মই মন কৰিলো এই শোভাযাত্ৰাটো দেখি যেন আজিৰ সভাৰ কৰ্ম্মকৰ্ত্তাসকল কিছু বিব্ৰত অৱস্থাত পৰিছে। মই মিচেচ্ শোভা-মূৰ্ত্তিক প্লেকাৰ্ড এখন লৈ অহা এজন শীৰ্ণকায় বুঢ়া মানুহলৈ আঙুলিয়াই কলো, "Will it be an interesting side light?"

"গান্ধীৰ আত্মা ক'লা টকাৰে নিৰ্ম্মাণ কৰা লাখ টকীয়া শিলৰ মূৰ্ত্তিত নাই, আছে আমাৰ নিচিনা বুভুক্ষ জনতাৰ মাজত"—মিচেচ্ মূৰ্ত্তিয়ে শুনাকৈ প্লেকাৰ্ডখনৰ ওপৰত লিখি ৰখা কথাখিনি মই ডাঙৰকৈ পঢ়ি দিলোঁ।

"Stop it," মিচেচ্ মূৰ্ত্তি গৰ্জ্জি উঠিল, "Politics, politics, সকলো ভাল কামতে আজিকালি মাথো politics, এই কমিউনিষ্ট-বোৰৰ পৰা দেশখনত একো কৰিব নোৱাৰি……"

মিচেচ্ মূৰ্ত্তিৰ খং উঠা মুখখনৰ ফালে চাই মই ক'লো, "কিন্তু এই শব্দ কেইটাটো মোৰ অন্তৰৰ পৰাও ওলাই অহাৰ দৰে লাগিছে, ক'তা মইতো কমিউনিষ্ট নহয়……"



"Don't be sentimental," মিচেচ্ মূৰ্ত্তিয়ে ক'লে, "তোমালোক লিখকবোৰ বৰ সোনকালে sentimental হৈ পৰা। এই মানুহবোৰে গান্ধীক কি বুজে, কিন্তু কিছুমান ধূৰ্ত্ত frustrated leftist-এ ইহঁতৰ sentimentক exploit কৰি ব্যৱহাৰ কৰিছে। ইয়াতে তোমালোক বৰ excited হৈ পৰা, side-light কিয়, তোমালোকে প্ৰথম পৃষ্ঠাত 'হেড লাইন্' দিও ইয়াক ফ্লেচ কৰিব পাৰা, কিন্তু ইয়াকে লৈ কিছুমান কাম-বন নোহোৱা নিম্ন মধ্যবিত্ত ঘৰৰ ডেকা ল'ৰাই কোনো promising ব্যৱসায়ীৰ ৰেষ্টোৰাঁত আৰু এঘণ্টা আড্ডা দি ভদ্ৰলোকক সেই ৰেষ্টোৰাঁলৈ যোৱা বন্ধ কৰি ব্যৱসায় ধ্বংস কৰিব, তাতকৈ একো নহয়……। মই ভাবিব নোৱাৰো নিজকে বুদ্ধিজীৱী বুলি ভবা তোমালোকৰ জাতটোক এই common manবোৰৰ নিচিনাকৈ কেনেকৈ ইহঁতে exploit ক'ৰে, I think they take advantage of your intellectual frustration.……"

খণ্ডৰ কোবত একেলগে মিচেচ্ মূৰ্ত্তিয়ে বহুকথা কৈ পেলালে। মই একো নকলো। মনতে ভাবিলো, সঁচা কথা, এইবোৰ মানুহে গান্ধীক একো নুবুজে, কিন্তু তুমি জানো গান্ধীক কিবা বুজা? মানি ললো বাৰু এই শ্ৰেণীটোক কেইটামান ধূৰ্ত্ত ৰাজনীতি কৰা মানুহে exploit কৰিছে, কিন্তু তোমাক, মোকো জানো আৰু এটা শ্ৰেণীয়ে exploit কৰা নাই?

প্ৰশ্নবোৰ মনতে আহিছিল যদিও মই মিচেচ্ মূৰ্ত্তিক এটা প্ৰশ্নও কৰিব নোৱাৰিলো; কাৰণ, এনেবোৰ প্ৰশ্ন তুলি আমাৰ শ্ৰেণীটোৱে ৰেষ্টোৰাঁ নাইবা ড্ৰইংৰুমতহে তৰ্ক কৰি ভাল পায়, ইমানবোৰ মানুহৰ আগত চিঞৰি চিঞৰি তৰ্ক কৰাৰ সাহস অন্ততঃ নাই।

হঠাতে মই দেখিলো ক'ৰবাৰ পৰা ঠিক ষ্টেজত প্ৰবেশ কৰা নাটকৰ চৰিত্ৰৰ দৰে এদল লাঠি আৰু বন্দুকধাৰী পুলিচৰ দলে সমদলটো আগচি ধৰিলে, এই পুলিচৰ দলটো আগৰে পৰা ক'ৰবাত লুকাই

আছিলনে এই সমদলটো অহা গম পাই আহি ওলালহি মই ধৰিব নোৱাৰিলো।

মই দেখিলো জনতাৰ চকু এইবাৰ মন্ত্ৰীৰ সলনি পুলিচে আগুৰি ধৰা সমদলটোৰ ফালে গ'ল। সকলোৰে চকুৰে-মুখে এটাই আতঙ্ক—কিবা এটা গন্দগোল হ'ব। কিন্তু মই দেখিলো মন্ত্ৰী বৰুৱা একেবাৰে নিৰ্ব্বিকাৰ, যেন একোৱেই হোৱা নাই। তেখেতৰ মুখৰ অভিব্যক্তিখিনি দেখি এনে লাগিল যেন তেখেতক চাবলৈ অহা কিছুমান মানুহে তেখেতক চাবলৈ নাপায় অলপ গন্দগোল কৰিছে।

মন্ত্ৰী ঠিক তোৰণ পাৰহে সভা মণ্ডপত সোমাইছেহে, ঠিক এনেকুৱা সময়তে দেখিলো, সমদলটো যিফালৰ পৰা আহিছে তাৰ ঠিক সোঁ আৰু বাওঁ হাতৰ পৰা কেইটামান শিলগুটি আহি পুলিচ আৰু জনতাৰ ওপৰত পৰিব ধৰিলে। লগে লগে এক হুলস্থূল আৰম্ভ হৈ গ'ল, কিবা এক আতঙ্কত মানুহবোৰ ইফালে সিফালে লৰিব ধৰিলে। পুলিচবোৰো যেন ঠিক এই সময়টোৰ বাবেই বাট চাই আছিল। হাতত থকা টাঙোন কেইডালেৰে লগে লগে সন্মুখত যাকে যতে পালে কোবাবলৈ ধৰিলে, মানুহবোৰ আতঙ্কত ইফালে সিফালে দৌৰিবলৈ আৰম্ভ কৰিলে, সভামণ্ডপত বহি থকা মানুহবোৰ আতঙ্কত গন্দগোল লগাৰ ফালে চাব ধৰিলে। কিন্তু মন্ত্ৰী বৰুৱা নিৰ্বিকাৰভাৱে সভামণ্ডপৰ ফালে গৈ থাকিল।

মোৰ গোটেই দৃশ্যটো কিবা এক ফিল্ম্ ডিভিজনৰ ডকুমেণ্টৰী যেন লাগিল। বহিবলৈ পোৱা মানুহবোৰৰ আতঙ্কগ্ৰস্ত মুখ, মন্ত্ৰী আৰু তেওঁৰ পালী-পহৰীয়াবোৰ নিৰ্বিকাৰ, যেন একোৱাই হোৱা নাই। বাহিৰত পুলিচৰ নিৰস্ত্ৰ জনতাৰ ওপৰত লাঠি চালনা।

হঠাতে দেখিলো, নিৰ্ম্মালী-বৌ ক'ৰবাৰ পৰা মোৰ ওচৰলৈ উধাতুময় অহাৰ দৰে আহি ক'লে, "বাহিৰত কি হৈছে, মোৰ বৰ ভয় লাগিছে, ককাইদেউৰাও আছিল প্ৰচেছনটোত……"



নিৰ্ম্মালী-বৌৰ আতঙ্কগ্ৰস্ত মুখখনলৈ চাই ক'লো, "চিন্তা নকৰিবা, একো নহয়, বাৰু তুমি ইয়াতে ৰোৱা, মই খবৰ কৰি আহো……"

"পাগল হৈছা নেকি?" মোৰ কথা শুনি মিচেচ্ মূৰ্ত্তিয়ে মোৰ হাত এখন টান মাৰি ধৰি ক'লে, "দেখা নাই গুণ্ডাবোৰে কেনেকৈ শিল গুটি দলিয়াইছে, বেচি গন্দগোল হলে পুলিচে ফায়াৰ কৰিব পাৰে……"

মিচেচ্ মূৰ্ত্তিয়ে গুণ্ডাবোৰ বুলি কৈ ঠিক যেনেদৰে নিৰ্ম্মালী-বৌৰ ফালে চালে, বৌয়ে আমাৰ মুখৰ ফালে চাব নোৱাৰি তললৈ মুখ কৰিলে। মিচেচ্ মূৰ্ত্তিয়ে এই বিশেষ শব্দটো যে অপুদাদাৰ বিৰুদ্ধেই ব্যৱহাৰ কৰিছে সেই কথা মোৰ বুজাত অকণো অসুবিধা নহ'ল, সেইবাবে খণ্ডত মোৰ মুখৰ পৰা ওলাই গ'ল : "Don't talk nonsense। পুলিচে কিছুমান নিৰস্ত্ৰ মানুহৰ ওপৰত বলিয়া কুকুৰৰ দৰে জঁপিয়াই পৰিছে আৰু আমি সেই দৃশ্য ইয়াৰ পৰা চিনেমা চোৱাৰ দৰে চাই থাকিব লাগিব নেকি?"

মই মিচেচ্ শোভামূৰ্ত্তিক আৰু কোনো বাধা দিবলৈ সুবিধা নিদি আগুৱাই গ'লো। মাথো পিচৰ পৰা শুনিলো মিচেচ্ মূৰ্ত্তিৰ এসাৰ কথা, 'Oh! You sentimental fool!'

যদিও মনৰ উচ্ছ্বাসত মই প্ৰায় দৌৰি অহাৰ দৰেই আহিছিলো, তথাপি তোৰণখনৰ সিফালে যোৱাটো মোৰ কাৰণে প্ৰায় অসম্ভৱ হৈ পৰিছিল। পুলিচৰ লাঠি চালনাৰ কোবত মানুহবোৰে ভয়ত ইফালে সিফালে দৌৰিবলৈ আৰম্ভ কৰিছে। এনে গন্দগোলত প্ৰায়ে গোট-খোৱা কিছুমান চেঙেলিয়া ল'ৰাই সঁচাকৈয়ে পুলিচকো শিল ইটাৰে বাধা দিবলৈ চেষ্টা কৰিছে। মই দেখিলো তাৰ মাজে মাজে জনতা আৰু পুলিচক ক্ষান্ত কৰিবৰ কাৰণে অপুদাদাই আপ্ৰাণ চেষ্টা কৰিছে।

হঠাতে দেখিলো ক'ৰবাৰ পৰা এটুকুৰা ইটা আহি অপুদাদাৰ মূৰত লাগিল। সেই আঘাত সহ্য কৰিব নোৱাৰি অপুদাদা মাটিত পৰি

গ'ল। তেখেতেৰ মূৰৰ পৰা হো-হোৱাই তেজ ববলৈ আৰম্ভ কৰিছে।

মই আৰু ৰব নোৱাৰিলো। কোনো ফালে নাচাই মই দৌৰি গৈ অপুদাদাক সাৱটি ধৰিলোগৈ। মোৰ শৰীৰত সকলো কাপোৰ-কানি অপুদাদাৰ তেজেৰে ৰাঙলী হৈ পৰিল।

লাহে লাহে পুলিচ আৰু জনতা ক্ষান্ত হৈ পৰিল। অপুদাদাৰ ঢলি-পৰা শৰীৰটোৱে যেন ক্ষন্তেকলৈ হলেও ছুয়োপক্ষকে যুদ্ধৰ পৰা ছত্ৰভঙ্গ দিবলৈ বাধ্য কৰালে। অলপ পিচতে নিৰ্ম্মালী-বৌ দৌৰি আহি অপুদাদাক সাৱটি ধৰিলেহি। বৌৱে হুকহুকাই কন্দা দেখি চকু পানীখিনি বাধা দিবৰ বাবেই মই ক'লো, "ছিঃ, নাপায় বৌ, এতিয়া কন্দাৰ সময় নহয়, অলপ ধৈৰ্য্য ধৰা। ৰব বিশেষ ভয়ৰ কোনো কাৰণ নাই······"

এনেতে ছুজনমান বন্দুকধাৰী চিপাহীৰ লগত এজন উচ্চ পদস্থ পুলিচ বিষয়াই খৰ খেদাকৈ আহি ক'লে, "মিঃ ছুৱৰা, You are under arrest।"

নিৰ্ম্মালী-বৌ চক খাই উঠিল। মই অফিচাৰজনক ক'লো, "এখেত পলাই নাযায়, প্ৰথমে চিকিৎসাৰ ব্যৱস্থা কৰক। গাড়ী এখন আনক, এখেতক তৎক্ষণাৎ হস্পিতেললৈ নিব লাগে।"

অফিচাৰজনে মোৰ কথা শুনি পোন্দোৱাকৈ মোৰ ফালে চালে। মোলৈ চোৱাৰ ধৰণটো দেখিয়েই মোৰ পৰিচয় দি ক'লো, "এখেতক সোনকালে চিকিৎসাৰ ব্যৱস্থা কৰক। নহলে মন্ত্ৰী বৰুৱাৰ ওচৰলৈ যাবলৈ মই বাধ্য হম।"

অসমৰ এখন বিখ্যাত কাকতৰ প্ৰতিনিধি বুলি জনাৰ কাৰণেই হওক, নাইবা মন্ত্ৰীৰ ভয় দেখুউৱাৰ কাৰণেই হওক, তেওঁ এজন সহকাৰীক গাড়ী এখন আনিবলৈ নিৰ্দ্দেশ দিলে। খোলা জীপ এখন অলপ পিচত সেইখিনিত আনি হাজিৰ কৰিলত অপুদাদাক ডাং কোলাকৈ জীপত বহুৱাই দি মই কাষত বহি লৈ বৌক ক'লো, 'উঠা'।



বৌক জীপত উঠা দেখি অফিচাৰজনে ভীষণ অস্বস্তিবোধ কৰিছিল যদিও বিশেষ একো নকলে। মাথো এজন সহকাৰী আৰু ছুজন বন্দুকধাৰী চিপাহীক জীপৰ পিচত উঠিবলৈ নিৰ্দ্দেশ দিলে।

জীপ যেতিয়া চলিবলৈ আৰম্ভ কৰিছিল, তেতিয়া জীপৰ পৰা মই সভামণ্ডপৰ ফালে চাইছিলো। মই দেখিছিলো মন্ত্ৰী বৰুৱাই তেতিয়া তেওঁৰ ভাষণ শেষ কৰি সভামণ্ডপৰ কাষতে ঢাকি থোৱা উজ্জ্বল মাৰ্ব্বল পাথৰৰ গান্ধী মূৰ্ত্তিটোৰ সন্মুখৰ কাপোৰখন আঁতৰাই দিছিল।

মণ্ডপত বহি থকা উপস্থিত ৰাইজৰ হাত চাপৰিত আমাৰ জীপৰ শব্দ তেতিয়া কোনেও শুনা নাছিল।

## ॥ দহ ॥

বিজনে কৈছিল, "ব'ল মোৰ লগতে ক্লাৱলৈ, এনেকৈ বিমৰ্ষ হৈ ইয়াত অকলে অকলে বহি থাকি কিনো কৰিবি, অন্ততঃ ক্লাৱত মানুহ-তুনুহবোৰ লগ পালে এই কথাবোৰ কিছু হলেও পাহৰি থাকিব পাৰিবি……"

"নাই তয়ে যা", মই ক'লো, "মোৰ বৰ ভাগৰ লাগিছে, দিনটোত বহু মানুহকে লগ পালো, আৰু নতুন মানুহ লগ পোৱাৰ ধৈৰ্য্য মোৰ অকণো নাই……"

"তেনেহলে তই থাক, তই মোলৈ অপেক্ষা কৰাৰ কোনো প্ৰয়োজন নাই, অলপ পিচতে ভাত হ'ব, ভাত খায় শুই থাকিবি……

"অঁ তই মোৰ কাৰণে একো চিন্তা কৰিব নালাগে, মাত্ৰ আছে যদি চিগাৰেট কেইটামান থৈ যা, মোৰ ওলাই যাবলৈ অকনো ইচ্ছা নাই……"

বিজনে জেপৰ পৰা এটা নতুন INDIA KINGSৰ পেকেট উলিয়াই মোৰ ফালে আগবঢ়াই দি ক'লে, "তোৰ ব্ৰেণ্ড অৱশ্যে নহয়, লাগে যদি মই WILLS FILTERৰ পেকেট দুটামান আনি থৈ যাব পাৰো……।"

"হ'ব হ'ব, মই ক'লোঁ, INDIA KINGS কিনি খোৱাৰ বিলাসিতা কৰিব নোৱাৰো, তোৰ অনুগ্ৰহতে যাও দে, নহেলেনো আৰু ক'ত ভাগ্যত মিলিব…"

মোৰ কথা শুনি সি হাঁহি মাৰি ক'লে, "ফ্লেটাৰী কৰিব নালাগে, মই যাওঁ, তই খাই-বৈ শুবি দেই …"



বিজন ওলাই গ'ল। মই চিগাৰেটৰ পকেটটোৰ পৰা এটা চিগাৰেট উলিয়ালোঁ। মোৰ লাহে লাহে বৰ অসহ্য লাগিব ধৰিলে। কিহৰ ওচৰত বিৰক্ত, কিহৰ ওবৰত অসহ্য মই একো ধৰিব নোৱাৰিলোঁ। চিগাৰেটটো কেইহোপা মান মাৰি মই বিজনৰ কোঠালৈ সোমাই গ'লোঁ আৰু তাৰ ড্ৰয়াৰটো খুলিলোঁ। মই অনুমান কৰা মতেই এটা-আধা খোৱা ব্লেক নাইট হুইস্কীৰ বটল তাতে আছিল। সেইটো উলিয়াই আনি মোৰ কোঠাৰ পৰা কলিং বেলটো টিপি দিলোঁ।

অলপ পিচত বিজনৰ ৰান্ধনিটো আহি মোৰ সন্মুখত হাজিৰ হ'ল। তাক মই এটা গিলাচ আৰু অলপ পানী দিবলৈ ক'লো। মোৰ সন্মুখত পৰিথকা বটলটো দেখি সি মোৰ ফালে এবাৰ বিস্ময়ৰে চালে, কাৰণ মই থকা এই দুদিনত মোক এবাৰো সি এইবিধ বস্তু মুখত দিয়া দেখা নাছিল।

সি মোৰ হুকুম মতে পানী এক জগ আৰু গিলাচ এটা আনি দি গ'ল। তাৰ অলপ পিচতে মই নোকোৱাকৈ সি এখন প্লেটত কেইটুকুৰামান বৰফৰ টুকুৰা আৰু অন্য এখন প্লেটত এক প্লেট কৰি "পটেট ফিঙ্গাৰ চিপচ্" মোৰ সন্মুখত থলেহি।

প্ৰথম পেগটো মোৰ বৰ সোনকালে শেষ হৈ গ'ল। মোৰ মনটো কিছু সতেজ লাগিল। কিন্তু দিনটোৰ ঘটনাবোৰ মোৰ মগজুত খুউব চক্ৰকাৰে ঘূৰিব ধৰিলে। অপুদাদা, নিৰ্ম্মালী-বৌ, মন্ত্ৰী বৰুৱা, শোভামূৰ্ত্তি আৰু বহু মানুহ মোৰ মনৰ পৰ্দ্দাত অহাযোৱা কৰি থাকিব ধৰিলে।

হস্পিটেলত ডাক্তাৰে ক'লে, বিশেষ ভয়ৰ কাৰণ নাই। তথাপি মূৰত বেণ্ডেজটো কৰি, দুটা ইনজেকচন্ দি কিছু সময় হস্পিটেলতে অপুদাদাকে ৰাখিলে। তাৰ পিচত জেল হাজতলৈ লৈ যোৱা হ'ল। কেইবাজনেও জামিনত লবৰ কাৰণে চেষ্টা কৰিছিল। ময়ো বহু চেষ্টা কৰিছিলো কিন্তু একো ফল নধৰিল। অপুদাদাইও মোক ক'লে, "এইবোৰ চেষ্টা তই একো কৰিব নালাগে, একো লাভ নাই।"

অবশেষত নিৰ্ম্মালী-বৌক মই ঘৰলৈ লৈ আনিলো। প্ৰথমে মোৰ তেজলগ চোলাতো সলাই অপুদাদাৰ চোলা এটা পিন্ধিলো। বৌক প্ৰথমে বৰ বিমৰ্ষ দেখিছিলোঁ। কিন্তু লাহে লাহে সেই বিমৰ্ষ ভাবটো কমি আহিব ধৰিলে। বৌ আৰু অপুদাদাৰ দুই-এজন শুভাকাঙ্ক্ষীয়ে খবৰ কৰিবলৈ আহিল। লাহে লাহে খবৰ লোৱা মানুহৰ সংখ্যা বেচি হোৱাত মই ক'লো, "বৌ মই অলপ যাওঁ, মইটো কাগজৰ কামত আহিছো, এতেকে......"

"যোৱা যোৱা", বৌয়ে ক'লে, "মোকলৈ চিন্তা কৰিব নালাগে, বহুদিনৰ পৰাই মই ইয়াৰ কাৰণে মানসিকভাৱে প্ৰস্তুত হৈছিলো, কিন্তু এইটো প্ৰথম এনেকুৱা ঘটনা কাৰণে কিছু মানসিক ভাৰসাম্য হেৰুৱাই পেলাইছিলো, কোনে জানে ইয়াতকৈ আৰু বেচি আঘাত হয়তো পাব লগা হ'ব পাৰে......"

বৌৰ ধৈৰ্য্য ধৰিব পৰা গুণটো দেখি বৌৰ কাষৰ পৰা আঁতৰি আহিবলৈ সাহস পালো। বাটে বাটে আহি থাকোতে মই ভাবিলো, এতিয়া কি ক'ৰো, টেলিগ্ৰাফ অফিচলৈ গৈ আজিৰ এতিয়ালৈকে ঘটা ঘটনাবোৰৰ খবৰ প্ৰেছলৈ প্ৰথমতে পথাওনে, বিজনৰ ঘৰলৈ গৈ ভাত কেইটা খাই লওঁ। ঘড়ীটোলৈ চাই দেখিলো এটাহে বাজিছে, প্ৰেছ টেলিগ্ৰামখন অলপ আৰু দেৰিকৈ কৰিলেও কোন লোকচান নাই, এতেকে......

হঠাতে শুনিলো গাড়ী এখনে চিঞৰি গৈছে নগৰত ১৪৪ ধাৰা জাৰি কৰা হৈছে বুলি। গাড়ীখন মোৰ কাষেদি ধূলি উৰুৱাই পাৰ হৈ যোৱা চাই চাই মই বিজনৰ ঘৰৰ ফালে খোজ লৈছোহে, ঠিক এনেতে ক'ৰবাৰ পৰা জীপ এখন আহি মোৰ সন্মুখত বৈ গ'ল। বৈ যোৱা জীপখনৰ ফালে চাওঁতে দেখিলো ডিষ্ট্ৰীক ইনফৰমেচন্ অফিচাৰ মিঃ কাকতি জীপৰ পৰা নামি আহিছে। মই তেওঁৰ মুখলৈ চাওঁতে ক'লে, "ইচ্ৰাম, আপুনি মোৰ চাকৰি খাইছিলে, ক'ত আছিল আপুনি, মন্ত্ৰী বকুৱাই আপোনাক লগ পাবলৈ বৈ আছে কিন্তু আপোনাক বিচাৰি পাবলৈ নাই......"

"বাহ, ইমান মই ডাঙৰ মানুহ নে যে মোৰ গতিবিধি সকলোৱে মন কৰিব আৰু মোক বিচাৰি নাপালে আপোনাৰ নিচিনা এজন বিষয়াৰ চাকৰি যাব?"

"আপোনালোক প্ৰেছৰ মানুহ, V. I. P.তকৈ সাংঘাটিক; আহক, গাড়ীত উঠক, আপুনি যদি ক'ৰবাত যাব লগা আছিল মোক নকলে কিয়, মই এখন গাড়ী দিলোহেঁতেন......"

মই একো নকৈ মাথো মনৰ ভিতৰতে হাঁহিলো। মই বুজাত একো অসুবিধা নহল যে মোক বিচাৰি নাপাই ধমক খায়ে মোক এখন গাড়ী দিয়াৰ কথা কৈছে, এইখন দেশত মন্ত্ৰীয়ে গুৰুত্ব নিদিয়ালৈকে যে কোনো মানুহক কোনো চৰকাৰী বিষয়াই গুৰুত্ব নিদিয়ে সেইযাৰ কথা ভালদৰে জানো।

মই গৈ চাৰ্কিট হাউচ পোৱাৰ লগে লগে মোক মন্ত্ৰীৰ ওচৰলৈ লৈ যোৱা হ'ল। তেখেতে মোক দেখি সুধিলে, "আপুনি ক'ত গৈছিল? আপোনাক আজিৰ লাঞ্চৰ কাৰণে নিমন্ত্ৰণ কৰিবলৈ কৈছিলো কিন্তু এওঁলোক ইমান যে ওৱৰ্থলেচ্ আপোনাক খবৰটোকে সময়মতে দিয়া নাই......"

মন্ত্ৰীয়ে ওৱৰ্থলেচ্ শব্দটো উচ্চাৰণ কৰি তেখেতক ঘেৰি থকা পালী-পহৰীয়া সকললৈ এবাৰ এনেদৰে চালে যে তেওঁলোকে তললৈ মূৰ কৰিবলৈ বাধ্য হ'ল।

"নাই নাই, তেখেতসকলৰ গাত কোনো দোষ নাই," মই বাধা দি কৈ উঠিলো, "মই ইয়ালৈ আহি এনেবোৰ কামত ব্যস্ত হৈ পৰিলো যে তেখেতসকলে মোক ক'ত বিচাৰি পায়......"

বেচি কথা আৰু আগ নাবাঢ়িল। মই আহি পোৱালৈকেহে যেন সকলোবোৰ বাট চাই আছিল। অলপ পিচত এক ৰাজসিক ভোজনপৰ্ব্ব আৰম্ভ হ'ল। অৱশ্যে ভোজনৰ আগমুহূৰ্ত্তত খৃষ্টান-

সকলে যীশুৰ পৱিত্ৰ ক্ৰচলৈ এবাৰ মনত পেলোৱাৰ দৰে গান্ধীৰ কথা কাৰো মনত নপৰিল।

ভোজনপৰ্ব্বৰ শেষত মন্ত্ৰী বৰুৱা অলপ বিশ্ৰাম লবলৈ তেখেতৰ আঁহুতীয়া কোঠালৈ গ'ল। যাৱাৰ সময়ত মোক ক'লে, "আহক বিশ্ৰামনো কি ল'ব, আপোনাৰ লগত অলপ কথাকে পাতো।"

মন্ত্ৰীৰ লগে লগে ময়ো তেখেতৰ কোঠাত প্ৰবেশ কৰি সন্মুখা-সন্মুখীকৈ বহিলো। মই ভাবিছিলো এয়ে উত্তম সময়; মন্ত্ৰীৰ এটা বিশেষ সাক্ষাৎ গ্ৰহণ কৰি আজিৰ নিউজ ৰিপ'ৰ্টটোৰ লগত যদি পঠাই দিব পাৰো বৰ ভাল হয়। বিশেষকৈ আজিৰ দিনটোৰ ঘটনা প্ৰবাহৰ বিষয়ে অন্ততঃ মন্ত্ৰীৰ ব্যক্তিগত অভিমত মই জনা উচিত হ'ব।

মই মোৰ প্ৰশ্নবোৰ মনত জুকিয়াই লৈছোহে, ঠিক এনেতে মোক একেবাৰে হতবাক্ কৰি মন্ত্ৰী বৰুৱাই কৈ উঠিল, "মই আপোনাৰ কাগজৰ সম্পাদকক আজিৰ দিনটোৰ নিউজ কভাৰ কৰিবলৈ ব্যক্তিগত-ভাৱে অনুৰোধ কৰি কিয় আপোনাক পঠাবলৈ কৈছিলো সেই কথা জানে?...আপোনাক এটা বৰ সুখবৰ দিবৰ কাৰণে......"

"সুখবৰ!" আচৰিত হৈ মই প্ৰশ্ন কৰিলো, "এনি স্কুপ নিউজ?"

"অব্ কৰ্চ", সশব্দে হাঁহি মন্ত্ৰী বৰুৱাই ক'লে, "বাট নাথিং এবাউট আৱাৰ মিনিষ্ট্ৰি, নাইবা কোনো পলিটিকেল হট-কেক নহয় দেই, নিউজটো এক্সক্লুচিভলি ফ'ৰ ইউ......"

"মোৰ কাৰণে?" মই এক পৰম বিস্ময়ৰে প্ৰশ্ন কৰিলো, "মোৰ কাৰণে কি বিশেষ বাতৰি হ'ব পাৰে......?

"আপোনাক এমেৰিকাৰ সংবাদপত্ৰৰ বিষয়ে অধ্যয়ন কৰিবৰ কাৰণে চৰকাৰৰ তৰফৰ পৰা মনোনীত কৰিছে", মোক বাধা দি মন্ত্ৰী-বৰুৱাই কৈ উঠিল, "আপুনি সন্মত হ'লে অহা ছুমাহৰ ভিতৰত ছমাহ এমেৰিকা ভ্ৰমণ কৰিবলৈ যাব পাৰিব, আপোনাৰ সকলো খৰচ চৰকাৰে বহন কৰিব, আপুনি সন্মত?"

মন্ত্ৰীৰ কথা শুনি এক পৰম বিস্ময়ত মোৰ শৰীৰৰ ৰক্ত প্ৰবাহ



হঠাৎ বন্ধ হৈ যোৱাৰ দৰে লাগিল। মই আহিছিলো মন্ত্ৰী বৰুৱাৰ খবৰ পঠাবলৈ; কিন্তু এতিয়া দেখিলো মই নিজেই এটা খবৰ হৈ পৰিলো। তাতোকৈ আচৰিত হৈছো মোতকৈ ইমান বেচি অভিজ্ঞ সাংবাদিক থাকোতে মোকনো কিয় মনোনীত কৰিলে সেই কথা চিন্তা কৰি।

"থেঙ্ক ইউ চাৰ", মই ক'লো, "আই উইল গ্লেডলি একচেপ্ট্ ইয়ৰ অ'ফাৰ, ..এনেকুৱা সুযুগ আমাৰ নিচিনা সাংবাদিকৰ জীৱনলৈ ক'তনো সহজে আহে...কিন্তু কথা হ'ল এই খবৰটো আপুনি মোক গুৱাহাটীতে নিদি ইমান দূৰলৈ এনেদৰে ৰহস্যজনকভাৱে কিয় মাতি আনিলে?"

মোৰ কথা শুনি মন্ত্ৰী-বৰুৱাই সশব্দে হাঁহি মাৰি ক'লে, "বেচ ইন্টেলিজেন্ট প্ৰশ্ন কৰিছে, সঁচাকৈয়ে আপোনাক খবৰটো গুৱাহাটীতে দিয়াৰ সলনি ইয়ালৈ মাতি অনাৰ এটা স্বাৰ্থ আছে, যদি আমাৰ স্বাৰ্থ আপুনি ৰক্ষা কৰিবলৈ সন্মত, আপোনাকো এই সুযুগ দিবলৈ আমি সন্মত......"

"মানে?"

"মানে আজি দিনটোৰ আপুনি যি বাতৰি পঠাব, সেই বাতৰি মই বিচৰা মতে হ'ব লাগিব।"

"আপুনি বিচৰা মতে?" মই অলপ আচৰিত হৈ ক'লো, "বাতৰিটোত আপোনাৰ বক্তৃতা আৰু আপোনালোকে গান্ধী শতবাৰ্ষিকী বছৰত কি কি কাম হাতত লৈছে তাৰ সম্পূৰ্ণ বিৱৰণী মই পঠাম, দৰ্কাৰ হ'লে......"

"ন', ন', মই সেইটো বিচৰা নাই, মই কি ক'লো নকলো সেইবোৰ পঢ়াৰ ধৈৰ্য্য মানুহে কেতিয়াবাই হেৰুৱাইছে, সেইবোৰ দৰ্কাৰ নাই, মানুহে মোৰ এইবোৰ কথা বিশ্বাস নকৰে......"

মন্ত্ৰী বৰুৱাৰ কথা শুনি মই বিস্ময়ত হতবাক্ হৈ তেওঁলৈ চালো

কাৰণ তেখেতে নিজৰ বিষয়ে এনে এক দৃঢ় ধাৰণা লৈ কি আৰু নতুন পাৱলিচিটি বিচাৰিছে মই বুজিব নোৱাৰিলো।

"মই আপোনাৰ কথা একো বুজা নাই……"

"শুনক", মন্ত্রীবৰুৱাই হাঁহি মাৰি ক'লে, "আজি মণ্ডলৰ সিফালে যে মই অহাৰ সময়ত গন্দগোল হৈছিল, কোনো কোনো লোক যে এৰেষ্ট হৈছে আৰু নগৰত ১৪৪ ধাৰা জাৰি কৰা হৈছে সেই খবৰ কাইলৈ কাগজত প্রথম পৃষ্ঠাত প্রকাশ হ'ব লাগিব, লগতে আপুনি লিখিব লাগিব এই অঞ্চলটোত উগ্রপন্থীসকল বৰ সক্রিয় হৈ পৰিছে আৰু এক সন্ত্রাসবাদী আন্দোলনৰ গোপন ঘাটিৰ বহু তথ্যপাতি পুলিচে হস্তগত কৰিছে।"

"কিন্তু ইয়াক কৰাত আপোনালোকৰ ক্ষতিহে হ'ব", মই ক'লো, "বাওপন্থী দলেহে বৰং পাৱলিচিটি পাব……"

মোৰ কথা শুনি এক অভিজ্ঞ ৰাজনীতিজ্ঞৰ দৰে মন্ত্রীয়ে এবাৰ হাঁহিলে আৰু ক'লে, "অসমত জানে বাওঁপন্থী ৰাজনীতি সম্পর্কে মানুহৰ কোনো স্পষ্ট ধাৰণা নাই, সন্ত্রাসবাদ আৰু বৈপ্লৱিক পৰিবর্তনৰ পার্থক্যখিনি এওঁলোকে বিচাৰি উলিয়াব নোৱাৰে, মুখেৰে যিমানেই বক্তৃতা নিদিয়ক, আমাৰ মধ্যবিত্তই নেতৃত্ব কৰা সমাজখনে বিপ্লৱক অন্তৰৰ পৰা ভয় কৰে……লাহে লাহে ইয়াত বাওঁপন্থী দলবোৰৰ সংগঠন সক্রিয় হৈ উঠিছে, এতেকে জনতাৰ চকুত আজিৰ ঘটনাবোৰ দ্বাৰা তেওঁলোকৰ 'ভায়লেন্স'-ৰ প্রতি থকা স্বাভাৱিক ভয়ক আৰু সক্রিয় কৰি দিব লাগিব, তেওঁলোকৰ মনত সুমুৱাই দিব লাগিব যে বাওঁপন্থীক সমর্থন কৰা মানে হঠাৎ শিল দলিয়াবলৈ, দর্কাৰ হলে ছুৰী-বন্দুক চলাবলৈ প্রস্তুত হ'ব লাগিব, বিপ্লৱ মানে এতিয়া-কলিকতাৰ ৰাজপথত হোৱা সন্ত্রাসকে মানুহে বুজে…আপোনাৰ বাতৰিৰ লগতে আৰু দিব যে বিশেষৰ সূত্রৰ পৰা জানিব পাৰিছো পশ্চিমবঙ্গৰ পৰা আত্মগোপন কৰি অহা কোনো বিপ্লৱী ইয়াৰ লগত



জড়িত হৈ আছে, তেতিয়া আজিৰ ঘটনাটোত এটা 'কমিউনেল কালাৰ' দিবলৈ বৰ সুবিধা হয়……"

মোক আৰু মন্ত্রী বৰুৱাই স্পষ্টকৈ বুজাই দিবলগা নহ'ল। ইয়াৰ পিচত তেখেতে বহু কথা ক'লে, বহু প্রতিশ্রুতি দিলে আৰু তেখেতৰ পৰা বিদায় লবৰ সময়ত পুনৰ মোক সোঁৱৰাই দিলে, কাইলৈ ওলাব লগা বাতৰিৰ ওপৰতে মোৰ বিদেশলৈ যোৱা সকলো নির্ভৰ কৰিছে।

মই যেতিয়া মন্ত্রীৰ কোঠাৰ পৰা এমেৰিকা-ভ্রমণৰ এক দিবাস্বপ্নলৈ ওলাই আহিছিলো তেতিয়া ঘড়ীত আবেলি চাৰি বাজিছিল। সেই সময়ত অপুদাদা, নির্মালী-বৌ কাৰো ছবি মোৰ সন্মুখত নাছিল। মোৰ সন্মুখত আছিল এখন ছবি—এমেৰিকা, সুদূৰ এমেৰিকা।

বাহিৰে বাহিৰে প্রেছলৈ টেলিগ্রামখন পঠাই বিজনৰ ঘৰলৈ আহি দেখিলোহি যে মিচেচ্ মূর্ত্তি যাবৰ কাৰণে সাজু হৈছে। মোক দেখি ক'লে, "হেল্লো ইয়ং জার্ণালিষ্ট, তোমাৰ কাৰণে ৰৈ আছো দিনটো, তুমি ক'ত ঘূৰি ফুৰিছা?……তোমাকো ক'ৰবাত পুলিচে ধৰি নিলে বুলি মই থানালৈ ফ'ন কৰিছিলো, থানাৰ পৰা ক'লে ইতিমধ্যে কোনো বিপ্লৱীৰ বীৰাঙ্গনাক লৈ তুমি 'ইল'প' কৰিছা, পিচে বীৰাঙ্গনাক ক'ত থৈ……

"ষ্টপ ইট্" হঠাতে মই খঙত গৰজি উঠিলো, "সকলো কথাৰে এটা সীমা থকা উচিত, সকলোকে আপোনাৰ……"

"অহঃ অহঃ", খিল খিলকৈ হাঁহি মিচেচ্ মূর্ত্তিয়ে কলে, "আই এম শ্বৰী, সকলোতে মোৰ নিচিনা হ'ব নোৱাৰে, মই কাৰোবাৰ লগত বিছনাত এনিশা কটালেও অন্ততঃ 'ইল'প' কৰিব পাৰিম বুলি মোৰ হাচবেণ্ডে নাভাবে, কিন্তু তোমালোক যি চেন্টিমেণ্টেল, ঠিকতো নাই, কিজানি এমেৰিকালৈ যাবলৈ টিকট কাটি…"

"এমেৰিকা?" মিচেচ্ মূর্ত্তিৰ মুখত এই অদ্ভুত শব্দটো শুনি মই প্রশ্ন কৰিলো, "আপোনাক কোনে…

"দেৱালৰো কাণ আছে বন্ধু", মিচেচ্ মূৰ্ত্তিয়ে হাঁহি হাঁহি ক'লে, "বাৰু আহা, লেট আচ্ চেলিব্রেট্, এবটল বীয়েৰ তোমাৰ কাৰণে মই থৈ দিছো..."

মোক কোনো কথা কবলৈ সুবিধা নিদি মিচেচ্ মূৰ্ত্তিয়ে মোক হাত এখনত ধৰি টানি লৈ গ'ল একেবাৰে বিজনৰ ডাইনিং ৰুমলৈ। তাৰ পিচত ফ্রজটো খুলি বীয়েৰৰ বটল এটা উলিয়াই ছুটা গিলাচত ছুগিলাচ বীয়েৰ বাকি এগিলাচ মোৰ ফালে আগবঢ়াই দি ক'লে, "চিয়েৰচ্ ফৰ ইয়ৰ হেপী নিউজ..."

এনেতে ক'ৰবাৰ পৰা আহি বিজন পোনে পোনে ডাইনিং ৰুমলৈ সোমাই আহিল আৰু বৰ উদ্গ্রীৱ হৈ মোক সুধিলে, "তই আহিলি? তোৰ অপুদাদাই বৰ বেচি আঘাত পালে নেকি? মই এবাৰ থানালৈ গৈছিলো কিন্তু ইতিমধ্যে হাজোতলৈ নিলে..."

"ৰ'বা ৰ'বা" মিচেচ্ মূৰ্ত্তিয়ে বিজনক বাধা দি কৈ উঠিল, "মই যাবলৈ ওলাইছো, এতিয়া এইবোৰ চিৰিয়াচ কথা পাতি মোৰ যাত্রা নষ্ট নকৰিবা, গোটেই নিশাটো তোমালোকে পাবা, লেট আচ চেলিব্রেট আৱাৰ হেপী ফেয়াৰ ৱেল।" কথা কৈ কৈ মিচেচ্ মূৰ্ত্তিয়ে এগিলাচ বীয়েৰ বিজনৰ ফালে আগুৱাই দিলে।

মিচেচ্ মূৰ্ত্তি গ'লগৈ, আজি আঠ বজাৰ ভিতৰত তেওঁ ডিগবৈ পাবগৈ লাগিব, কাৰণ আজি নিশা কিবা 'চেৰিটি-ব'ল' আছে। এতেকে দেৰি কৰিব নোৱাৰে। যাবৰ সময়ত মোক কৈ গ'ল, "ডিগবৈলৈ আহিবা, তোমাৰ এমেৰিকা লৈ যোৱা ফাইনেল হলে মোক জনাবা, মই কেইটামান বস্তু আনিবলৈ দিম, ডলাৰৰ কাৰণে চিন্তা নকৰিবা, মোৰ মানুহ আছে, সকলো ঠিক কৰি দিব।"

ইতিমধ্যে সন্ধ্যা নামি আহিল। একেটা কোঠাতে বহি আছো যদিও বিজন আৰু মোৰ মাজত কোনো কথা নাই। দিনটোৰ ঘটনাবোৰে মোক বৰ বিহ্বল কৰি তুলিছিল। বিশেষকৈ বিজনে



অপুদাদাৰ বিষয়ে কৰা প্রশ্নটোৱে মোৰ এমেৰিকালৈ যোৱা সকলো উত্তেজনা এক মুহূৰ্ত্ততে আকৌ শেষ কৰি পেলালে। হঠাৎ মোৰ মনটো আকৌ অনুসূচনাৰে ভৰি পৰিল। সাধাৰণ এটা লোভৰ কাৰণে মই বাৰু কেনেকৈ নিজৰ বিবেক বিক্রি কৰিলো? কাইলৈ যেতিয়া অপুদাদা, নিৰ্ম্মালী-বৌয়ে আমাৰ কাগজৰ বিশেষ প্রতিনিধিয়ে পঠোৱা বাতৰিটো পঢ়িব তেতিয়া বাৰু মোক কি ভাবিব?

মই নিজকে প্রবোধ দিবলৈ চেষ্টা কৰিলো। মই নকৰিলেও এই কাম আনে কৰিব। কোনে জানে, মই পঠোৱা এটা সৎ বাতৰিকো জানো সম্পাদকে বিকৃত কৰি প্রকাশ কৰিব নোৱাৰে? তেতিয়া মই কি কৰিব পাৰিম, পদত্যাগ? কিন্তু অসমৰ কাগজৰ সাংবাদিকৰ এবাৰ চাকৰি গ'লে কেনেকৈ বাটৰ কুকুৰতকৈও অধম অৱস্থা হয় সেই কথা চুচকুৰে সদায় দেখি আহিছো। পৃথিৱীৰ বহু মানুহে আদৰ্শৰ লগত কম্প্রমাইজ কৰিছে, তাৰোপৰি সাংবাদিকতা মোৰ প্রফেচন, মোৰ অন্নদাতা এজন ব্যৱসায়ী, যাৰ কাৰণে মোৰ এটা সৎ বাতৰিতকৈ মন্ত্রী বিজয়শঙ্কৰ বৰুৱাৰ বেচি প্রয়োজন। মোক মন্ত্রী বিজয়শঙ্কৰ বৰুৱাই এইটো অফাৰ নিদি মোৰ মালিকক আৰু নতুন চৰকাৰী ঋণ, ব্লেকত নিউজ প্রিণ্ট বেচিবলৈ আৰু অধিক নিউজ প্রিণ্টৰ ক'টা দিয়াৰ প্রতিশ্রুতি নাইবা সামান্য এটা টেলিফ'নত অনুৰোধ কৰিলেই জানো কাইলৈৰ বাতৰি কাকতত মোৰ গোটেই বাতৰি ওলট পালও হৈ নাযাব? হঠাতে মোৰ সম্পাদকৰ এষাৰ কথালৈ মনত পৰিল, ডণ্ট মিচ ছা চান্স, সুযুগ নেহেৰুৱাবা...নাই নাই, মই সুযুগ হেৰুৱাব নোৱাৰো, মই একো ভুল কৰা নাই, জীৱনৰ সঠিক সময়ত বহু সঠিক সিদ্ধান্ত কৰিব নোৱাৰি মই বহু ভুল কৰি আহিছো, বিবেকৰ নামত জীৱনৰ বহু পাৰ্থিৱ সুখ বিসৰ্জন দিছো, আৰু নহয়, আৰু নহয়..."

: কি হ'ল, কি মুখৰ ভিতৰতে বিৰ্-বিৰাইছ?

হঠাৎ বিজনৰ মাতত মই সম্বিৎ ফিৰাই পালো। আৰু নিজৰ

অপ্ৰকৃস্থ অৱস্থাটো ধাকি ৰাখিবলৈ মই ক'লো, "নাই নাই, একো নাই..."

: বাৰু তই আকৌ তোৰ বৌয়েৰৰ ওচৰলৈ যাবি নেকি?" —সি প্ৰশ্নটো সলনি কৰি মোক সুধিলে।

বৌৰ ওচৰলৈ? মই মনতে ভাবিলো মোৰ জানো এতিয়া বৌৰ কাষলৈ যোৱাৰ সাহস আছে? নাই নাই, মই যাব নোৱাৰো, যিমান সোনকালে পাৰো মই এই চহৰখন এৰি যাব লাগিব, মই এটা মুহূৰ্ত্তও ইয়াত থাকিব নোৱাৰো।

"মই নাযাওঁ", এটা বিৰাট ফাকি দি মই কৈ পেলালো, "মই বৌক মাত লগাই আহিছো, কাইলৈ পুৱা সাত বজাৰ বাছত মই গুৱাহাটীলৈ যামগৈ, এতেকে আৰু যাবলৈ সময় নহব..."

"তেন্তে কি কৰিবি", বিজনে মোক সুধিলে, "ব'ল মোৰ লগত ক্লাৱলৈ, এনেকৈ বিমৰ্ষ হৈ বহি থাকিনো ইয়াত কি কৰিবি? অন্ততঃ ক্লাৱৰ মানুহ-তুনুহবোৰ লগ পালে এই কথাবোৰ কিছু হলেও পাহৰি থাকিব পাৰিবি..."

মই নগলো।

বিজনক পঠাই দি মই অলপ অকলে থাকিব বিচাৰিলো। বিবেকৰ আত্মদৰ্শনৰ পৰা সকাহ পাবলৈ মই বিজনৰ ব্লেক-নাইট হুইস্কীৰ বটলটো খুলি লৈছো। ইতিমধ্যে তিনিটা পেগ শেষ হৈ গৈছে। মোৰ মনতো কিছু সতেজ লাগিছে। নিজৰ বিবেকৰ সন্মুখত ঠিয় হবলৈ মই যেন অকণমান সাহস পাইছো।

এনেতে বিজনৰ ৰান্ধনিটোৱে আহি মোক সুধিলে, মোক ভাত দিব নেকি? মই তাক ভাত দিবলৈ ক'লো। খুব সম্ভৱ মোক আগতে ভাত দিবলৈ বিজনে নিৰ্দ্দেশ দি গৈছিল।

মই যেতিয়া বিছনাত পৰিছিলো তেতিয়া নিশা এঘাৰ বাজিছিল, অভ্যাস জনিত কাৰণত মই এবাৰ ঘড়ীটোলৈ চাইছিলো। মোৰ



কিমান সময় টোপনী গৈছিল ক'ব নোৱাৰো, হঠাৎ গাড়ী এখন অহাৰ শব্দত মই সাৰ পাই গ'লো। সম্ভৱ বিজন আহিছে।

টোপনী ভাঙ্গি যোৱাৰ কাৰণে চুইচটো টিপি বেড লাইটটো জ্বলাব খোজোতেই দুৱাৰ মুখত কোনোবাই কথা পতা শুনি মই চমক খায় উঠিলো। হয়, মাতটো মাইকী মানুহৰে! কোন মাইকী মানুহে? শোভামূৰ্ত্তি নগ'ল নেকি?? নাই তেওঁ নোযোৱা কোনো কাৰণ হ'ব নোৱাৰে। মোৰ খং উঠিল, অন্যদিনা যি ক'ৰে কৰক, মই থকা অৱস্থাত সি নিশা এনেদৰে অন্ততঃ মাইকী মানুহ ঘৰত সুমুৱাতো ভাল হোৱা নাই। খঙতে লাইটো নজ্বলালো। এবাৰ ভাবিলো মদৰ নিচাত মোৰ কথা হয়তো পাহৰি গ'ল, মোক দেখিলে হয়টো লাজ পাব। এতেকে ক'ব নোৱাৰাৰ ভাবত শুই থকাই বৰ্ ভাল কথা হ'ব।

কিন্তু বিজনে ঘপকৰে মোৰ কোঠাৰ দুৱাৰখন খুলি ছোৱালীজনীক ভিতৰলৈ লৈ আনি লাইটটো জ্বলাই দিলে। ছোৱালীজনীয়ে কোঠাটোত তৃতীয় প্ৰাণী এটাৰ আশা কৰা নাছিল। আঠুৱাখনৰ তলত বিছনাত কোনোবা শুই থকা দেখি তাই ভয় খাই সুধিলে, "কোনোবা আছে?" তাৰ কথাত বিজনে হোঃ হোঃকৈ হাঁহি দিলে আৰু ক'লে, "খুউব ভাল বস্তু এটা আছে, তোমাক যে আজি কৈছিলো তোমালৈ খুউব ভাল বস্তু এটা আনি থৈছো বুলি, সেইটো তাতে আছে।"

বিজনৰ কথাত মোৰ খঙে মূৰৰ চুলিৰ আগ পালেগৈ। মোৰ এটা মান-সন্মান, আত্মমৰ্য্যদা আছে। মোৰ এনে লাগিল মই ইয়াত থাকিবলৈ অহাটোৱেই ভুল হ'ল, মই যেন এই মুহূৰ্ত্ততে এইখন ঘৰৰ পৰা ওলাই যাম।

ছোৱালীজনীয়ে কোৱা শুনিলো, "মই যাওঁ, তুমি এইবোৰ কি ধেমালী কৰিছা, প্লিজ...।" তাইৰ মাতটো ভয়ত এইবাৰ বেচিকৈ কঁপি উঠা যেন লাগিল। "নোৱাৰা যাবা", বিজনে এইবাৰ অলপ

কঠুৱা মাতেৰে ক'লে, "মই তোমালৈ আনি থোৱা বস্তুটো নিদিয়ালৈকে নোৱাৰা যাব।"

বিজনে আহি মোৰ আঠুৱাখন দাঙি এইবাৰ মোক ক'লে, "উঠ উঠ, কোন আহিছে চা।" তাৰ ব্যৱহাৰত মোৰ খঙে মূৰৰ চুলিৰ আগ পালেগৈ। খঙত অলপ টানকৈয়ে মই তাক ক'লো, "কি ৰাতিখন মদখায় মাতলামী কৰিবলৈ আহিছ? মোৰ মান-সন্মান এনেকৈয়ে তই......

খঙত মই আৰু একো ক'ব নোৱাৰা হ'লো। কিন্তু মোৰ যিমানেই খঙ উঠিল সি সিমানেই হোঃ হোঃকৈ হাঁহিব ধৰিলে আৰু ক'লে, "মই মদ খাওঁ সঁচা কথা, কিন্তু মাতলামী নকৰো, যি কৰিছো, সজ্ঞানে কৰিছো তোৰ সন্মানক কেনেদৰে অ'নাৰ কৰিব লাগে তাক জানো।"

কথা কৈ কৈ সি টানমাৰি মোক বিছনাত বহুৱাই দিলে। এইবাৰ মই নাচাও বুলিও ছোৱালীজনী চাবলৈ বাধ্য হলো। ই কি। এয়া যে ঝৰ্ণা।! —মই এক বিৰাট বিস্ময়ৰে ছোৱালীজনীক চাই ক'ব নোৱৰা হৈ গ'লো। ছোৱালীজনীয়েও মোক দেখি চক খায় উঠিল। লগে লগে কিবা এক ভয় আৰু বিস্ময়ত তাই থক্-থককৈ কঁপিবলৈ আৰম্ভ কৰিলে।

আমি কিমান সময় এনেদৰে আছিলো ক'ব নোৱাৰো। আমাৰ এনে এটা অৱস্থা দেখিয়েই, বিজনে নিজ খুচিত হোঃ হোঃকৈ হাঁহিবলৈ আৰম্ভ কৰি মোক ক'লে, "চিনি পাইছ?" তাৰ পিচত ছোৱালীজনীৰ ফালে চাই ক'লে, "তুমিতো কৈছিলা তুমি খুউব অসুখী, তোমাক এইখন পৃথিবীত কোনেও ভাল নাপায়, সেইবাবে ক্লাৱ আৰু মদকে জীৱনৰ সঙ্গী কৰি নিজকে উটুৱাই দিছা, কিন্তু এই মানুহটোক চিনি পাইছা? হি ইজ ষ্টিল্ এ বেচেলৰ, সি তাৰ লিখনীৰ ভক্ত ডেকা-গাভৰুক কয়, লিখনী আৰু সাংবাদিকতাই তাৰ ঘৈণীয়েক বুলি, কিন্তু মোক সেইসাৰ কথা কবলৈ সাহস নকৰে..."

নিজ আত্মপ্ৰসাদত সি এবাৰ আকৌ হাঁহিলে। ঝৰ্ণা আৰু মই



এটা শব্দও উচ্চাৰণ কৰিব পৰা নাই। আকস্মিকভাৱে জীৱনত কেতিয়াৱা এনে এটা অৱস্থাৰ সন্মুখীন হ'ব লাগিব বুলি কেতিয়াও ভাবিব পৰা নাছিলো।

বিজনে আমাক এনেদৰে নিৰ্ব্বাক হৈ থকা দেখিয়েই আকৌ ক'লে, "কি হ'ল, তহঁতে এনেদৰে বোবা হৈ ৰ'লি কিয়? ইমান দিনৰ মূৰত লগ পাইছ, আগতেতো বহু কথা পাতিছিলি...অ' মই থকাত দিগদাৰ হৈছে, মই বাৰু যাওঁ......

সি কোঠাটোৰ পৰা ওলাই যাবলৈ উদ্যোত হ'ল। অৱশেষত উপায় নাপায় তাক সুধিলো, "তই যাৱ ক'ত?" সি দুৱাৰ মুখৰ পৰা এবাৰ উভতি চাই বিকট এক হাঁহি মাৰি ক'লে, "মোৰ বুজিছ মৃত্যুৰ কথা ভাবিলে কেতিয়াবা এটাই দুখ লাগে, মই মৰি থাকিলে এই পৃথিৱীত কান্দিবলৈ কোনো মানুহ নাই, মোৰ মৃত্যুৰ খবৰ খুউব সোনকালে মানুহে পাহৰি যাব কিন্তু এই মুহূৰ্ত্তত মই ভাবিছো মই যদি এতিয়া মৰি থাকো তেতিয়া পৃথিৱীত কোনো মানুহে নাকান্দিলেও অন্ততঃ তহঁত দুটাই গোটেই জীৱন সোঁৱৰিবি, সেইবাবে ভাবিছো গোটেই নিশা মটৰ চলাম আৰু ঈশ্বৰক প্ৰথম বাৰৰ কাৰণে জীৱনত প্ৰাৰ্থনা কৰিম ঃ হে প্ৰভু আজিয়েই যেন মোৰ এক্সিডেণ্ট এটা হৈ মৃত্যু হয়।"

নাটকীয় ভঙ্গিত সি কথাখিনি কৈ অলপ ৰ'ল। তাৰ পিচত সি ক'লে, "মৃত্যুৰ আগতে মোৰ সুখবৰ এটা দি যাওঁ, হৰিজন কলনী কনষ্ট্ৰাকচনৰ যি পাচ লাখ টকাৰ আঁচনীৰ কথা মন্ত্ৰী বৰুৱাই অথনি মিটিঙত ঘোষণা কৰিছিল তাৰ কনট্ৰেকটো মিটিঙত হোৱা গন্দগোল আৰু তোৰ অপুদাদা এৰেষ্ট হোৱাৰ বিনিময়ত ময়ে পাইছো, মই মাত্ৰ এহেজাৰ টকা খৰচ কৰি কেইটামান ভাৰাতীয়া গুণ্ডা আনিব লগা হৈছিল.........পাৰিলে মোৰ মৃত্যুৰ পিচত অপুদাদাক ক্ষমা কৰিবলৈ ক'বি..."

কথা কৈ কৈ সি দুৱাৰ মুখত পাৰহৈ কিবা মনত পৰাৰ দৰে আকৌ

উভতি আহি ক'লে, "হো এইটো ল' ", এই বুলি গাড়ীৰ ছাবি এটা টেবুলখনকৈ দলি মাৰি সি ক'লে, "এওঁ ৰাতিপুৱাৰ আগতে যাবগৈ, পাৰ যদি লিফট্ এটা দি আহিবি, মই ইখন গাড়ী লৈ যাম, মই উভতি নাহিলে ৰাতিপুৱা বিচাৰিব নালাগে, মৰিলে পুলিচে খবৰ দিব ···ভয় নাই, তোৰ সন্মানত একো আঘাত নপৰে, দিনৰ পোহৰত চব মানুহেই তোৰ নিচিনা বুৰ্ব্বক হৈ যায়, সেইবাবে ৰাতি নৌ-পুৱাওতেই এওঁ যাবগৈ······"

মই কিবা কবলৈ পোৱাৰ আগতেই বিজন হুৰমূৰ কৰি কোঠাটোৰ পৰা ওলাই গ'ল। তাক মই কোনো বাধা নিদিলো। মই জানো তাৰ নিচিনা এটা মানুহে মৰাৰ কথা ভাবিলেও মৰিব নোৱাৰে, সি আমাক অকলে এৰি যাবৰ কাৰণে তাৰ এয়া যে নাটকীয় প্ৰস্থান—সেই কথা মোৰ বুজাৰ অকণো অসুবিধা হোৱা নাই। তাৰ এই কাৰ্য্যত মই বাধা নিদিলো যদিও এতিয়া মই বৰ অসহায় অনুভৱ কৰিব ধৰিলো। বাহিৰত তাৰ গাড়ীৰ শব্দ নুশুনা হৈ যোৱাৰ লগে লগে এক ভয়লগা নিস্তব্ধতাই আমাক আবৰি ধৰিলে। হাজাৰ চেষ্টা কৰিও মই ঝৰ্ণাৰ মুখখনলৈ পুনৰ চাব পৰা নাই।

বহু চেষ্টাৰ পিচত অৱশেষত মই ক'লো, "ঝৰ্ণা, তোমাক মই···," —মোৰ মাতটো আকৌ ৰুদ্ধ হৈ পৰিল। কিবা ক'ব খুজিও মই একো ক'ব নোৱাৰিলো।

ঝৰ্ণা এখোজ দুখোজকৈ দুৱাৰখনৰ ফালে আগবাঢ়িল। দুৱাৰমুখত ৰৈ তাই মাথো ক'লে, "মই যাওঁ··· ।"

"ৰবা।"

হঠাৎ মোৰ মুখৰ পৰা শব্দ এটা ওলাই আহিল। স্লিপিং ড্ৰেচযোৰ পিন্ধিয়েই মই টেবুলৰ পৰা গাড়ীৰ চাবিটো লৈ ওলাই আহিলো। মন্ত্ৰ মুগ্ধ সাপৰ দৰে ঝৰ্ণা মোৰ পিচে আহি থাকিল। আমাৰ মাজত কোনো কথা নাই।

গাড়ীৰ ষ্টেৰিং হুইলত হাতদি মই এবাৰ ঝৰ্ণাৰ মুখলৈ চালো।



স্বয়ংপ্ৰিয় যন্ত্ৰৰ দৰে তাই আহি ইতিমধ্যে মোৰ কাষত বহি পৰিছে। ঝৰ্ণাৰ মুখলৈ চাওঁতে মোৰ মনত মাথো এটা কথাই বাৰে বাৰে আমনি কৰিলে—তোমাক আজি লগ নোপোৱা হলেই হয়টো বৰ ভাল আছিল ঝৰ্ণা। দুশ টকীয়া দৰ্ম্মহাৰ সাংবাদিক এটাৰ স্পৰ্দ্ধাক তুমি পুতৌ কৰি চাৰিখন বাগিছাৰ ভৱিষ্যত উত্তৰাধিকাৰীক বিয়া কৰি সুখী হ'ব খুজিছিলা। নিজৰ অযোগ্যতাক ধিক্কাৰ দি সেই দিনাৰ পৰা কোনো ছোৱালীৰ মৰম বিচৰাৰ সাহস মোৰ হোৱা নাছিল। ইমান দিনে জীৱনটো মোৰ নিজৰ দুখত দুখী আছিল। কিন্তু এই মুহূৰ্ত্তত মোতকৈ তোমাৰ কাৰণে মোৰ বেচি দুখ লাগিছে। হয়তো জীৱনৰ বাকী দিন কেইটা এইকুৱা দুখৰ জুইতে জ্বলিপুৰি মৰিব লাগিব··· ।

কথাখিনি ক'ম বুলিও মই ক'ব নোৱাৰিলো। গাড়ীখন ষ্টাৰ্ট হোৱাৰ মৃদু শব্দত মই চক খায় উঠিলো। ধীৰ গতিত গাড়ীখন আগবাঢ়িল। মেইন ৰ'ডত গাড়ীখন উঠোতে মাথো ঝৰ্ণাই ক'লে, "বাওঁ হাতে।"

ষ্টেৰিং হুইলত মই যোৰেৰে চেপা মাৰি ধৰিলো। কিছু বেলিৰ মূৰত মই দেখিলো গাড়ীখন অথনি মন্ত্ৰী বৰুৱাই উন্মোচন্ কৰা গান্ধী মূৰ্ত্তিটোৰ কাষৰ ৰাষ্টাটোৰেদি পাৰ হৈ গৈছে। জোনৰ পোহৰত বগা মাৰ্ব্বলৰ মূৰ্ত্তিটো মোৰ চকুত জিলিকি উঠিল। মই দেখিলো, দুটা ৰাইফলধাৰী পুলিচ মূৰ্ত্তিটোৰ কাষত থিয় হৈ আছে।

মই এবাৰ ঘড়ীটোলৈ চালো। তিনি বাজিছে। তাৰমানে ইতিমধ্যে আজিৰ কাগজৰ প্ৰথম পৃষ্ঠা ছাপা হৈ গৈছে। মোৰ চকুৰ আগত কাগজৰ হেড লাইন কেইটা চকুৰ আগত ভাহি উঠিল—

"উন্মত্ত জনতাৰ দ্বাৰা গান্ধী মূৰ্ত্তি উন্মোচনী সভা আক্ৰমণ···পুলিচ আৰু জনতাৰ সংঘৰ্ষ···বিশেষ সূত্ৰে জানিব পৰা গৈছে যে সন্ত্ৰাসবাদত বিশ্বাসী এক বিশেষ ৰাজনৈতিক দলৰ সক্ৰিয় সহযোগ এই ঘটনাৰ

অন্তৰালত আছে, বিশিষ্ট নেতা শ্ৰীঅপূৰ্ব্ব তুৰৰা প্ৰমুখ্যে বহু কেইজন বামপন্থী নেতা গেপ্তাৰ…পুলিচে ইতিমধ্যে বহু গোপন কাগজ-পত্ৰ উদ্ধাৰ কৰিছে…বঙ্গদেশৰ পৰা অহা দুজন উগ্ৰপন্থী নেতা ইতিমধ্যে আত্মগোপন কৰিছে, পুলিচৰ যোৰ তদন্ত চলি আছে…"

মোৰ দুগালেদি দুটোপাল চকুপানী বাগৰি আহিল। মই এবাৰ পিচলৈ ঘূৰি চালো। শেষ নিশাৰ আন্ধাৰ আৰু ঘন কুঁৱলিৰ মাজত গান্ধী মূৰ্ত্তিটো লাহে লাহে মনিব নোৱৰা হৈ পৰিছে।

মই গাড়ীৰ এক্সচেলেটাৰত যোৰে হেচি ধৰিলো।

অন্ত